# এই পথে ৰিঙিয়ায়

শ্ৰীদৈৱ চন্দ্ৰ তালুকদাৰ

লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী

প্ৰকাশক ঃ
শ্ৰীবিচিত্ৰ নাৰায়ণ দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী

দ্বিতীয় তাঙৰণ
১৯৬৫

বেচ—৩·৫০

মুদ্ৰক ঃ
শ্ৰীজয়ন্ত বাকৃচি
পি. এম. বাকৃচি এণ্ড কোঃ (প্ৰা) লিঃ ( মুদ্ৰন শাখা )
১৯, গুলুওস্তাগৰ লেন
কলিকাতা-৬

# উছৰ্গা

অসমৰ তিৰোতা সকল স্বামী বা আন কোনোৰ ওপৰত আলম লৈ জীৱন কটাব লাগে। আত্ম নিৰ্ভৰশীল নহয়। তেওঁলোক দুৰ্ব্বলা অবলা। যাতে এনে নিসহায় অৱস্থাৰ পৰা অসমীয়া তিৰোতা সকল স্বাৱলম্বী হৈ স্বাধীনচেতীয়া হৈ মূৰ দাঙি উঠিব পাৰে তাৰ আদৰ্শ দাঙি ধৰিবলৈ 'এইপথে ৰিভিয়ায়' সৃষ্টি। শত কেলেঙ্কাৰী, শত অপমান, আপদ, বিপদ কাটি কৰি কেনেকৈ নিজৰ ভৰিত থিয় দি জাকত জিলিকা হৈ উঠিব পাৰে "এইপথে ৰিভিয়াই"য়ে বাট দেখুৱাব বুলি মোৰ আশা। সেয়ে 'এইপথে ৰিভিয়ায়' অসম মহিলা সমিতিৰ হাতত তুলি দিলো। তেখেত সকলে অসমীয়া তিৰোতাক সকলো প্ৰকাৰে স্বাবলম্বী কৰি জয় অসম ধ্বনিৰে অসম জয় জয় ময় ময় কৰক।

বিনীত
শ্ৰীদৈব চন্দ্ৰ তালুকদাৰ।

সেই আঁউসী নিশা শেষ হওঁ হওঁ অৱস্থাত পোহৰ আৰু আন্ধাৰৰ ভীষণ সমস্যাত নুমাই গল এটা জীৱন চাকি। ওবে জীৱন দুখ কষ্টৰ লগত যুজি যুজি মৰণৰ শেষ মেলানিত সি এৰি গল চাৰিজনী গাভৰু ছোৱালী; এটা ভঁগা পঁজা সম্বল কৰি দি গল দূৰ্ভিক্ষ, অনাটন, হাহাকাৰ, যৌবনৰ কেলেঙ্কাৰী, সমাজৰ নেওচা-কেওচা; ধৰ্ম্মৰ আধিপত্য, ধনীৰ অন্তৰত জ্বলা লোভ দৃষ্টিৰ সেন-চকু আৰু প্ৰলোভন। সি চেষ্টা কৰিছিল কত তৰহৰ যাতে ছোৱালী কেইজনীৰ কিবা এটা দিহা লগাই যায়। কিন্তু এজনী এজনীকৈ ডাঙৰ হল। তাৰ সকলো চেষ্টা, সকলো আশা কেৱল শূন্যত পৰিণত হ'ল। জীৱনত শত দুখৰ মাজতো সি নানা যতনেৰে ছোৱালী কেইজনীৰ যোগান ধৰিছিল। যাতে তেওঁলোকে আবিয়ৈ হৈ থাকিলেও অলপো অশান্তি অনুভৱ নকৰে। কিন্তু সকলো আশা এটা ডাঙৰ শূইণত পৰিণত হ'ল। জীৱনৰ লগে লগে এই বৃহৎ শূন্যটোৰ মাজত এটা ডাঙৰ চিন্তাৰ ঢৌৱে খেলি খেলি মৃত্যুৰ শান্তিৰ শয্যাতো ভীষণ অশান্তিৰ কাঁইটৰ বিন্ধা খাই খাই জীৱন চাঁকিটো নুমাই নেপালে।

ৰহণ?

আৰু আমাৰ উপায়?

উপায় ঈশ্বৰৰ হাতত। আমি কি কৰিব পাৰোঁ?

আইতা তাহানিয়ে গ'ল। দেউতাও এৰি গল। হাতত এটা কড়ি নাই। ইপিনে আমি চাৰিওজনীয়ে ক'তো ওলাব নোৱাৰোঁ। প্ৰাণ প্ৰবৰ্ত্তন কেনেকৈ কৰোঁ?

বাৰু ভয় নাই। বৰ্ত্তমানে দেউতাৰ শবাধ কেনেকৈ শেষ কৰা?

আগতে কৈছোঁ হাতত এটা কড়িও নাই। কিন্তু উপায় আছে।

দেউতাৰ শত অভাবৰ মাজতো মৰমতে দিয়া চাৰিও ভনীৰ অলপ অচৰপ অলঙ্কাৰ আছে। তাকে বিকি কোনোমতে দেউতাৰ শবাধ খেদাওঁ। তাৰ পিচত যি হয় সেই হব। ঈশ্বৰৰ ৰাজ্যত পোক পৰুৱাই খাবলৈ বস্তু পাই জীয়াই থাকে। যদিহে এই বহল সংসাৰত আমালৈ একোকে নাথাকে তেন্তে শুকাই মৰিম।

এটা কথা কবা।

তোমাৰে মোৰে বিয়া হওক এয়েতো? কিন্তু সেইটো অসম্ভৱ। তাহানিয়ে এই কথাৰ সিদ্ধান্ত হৈ গৈছে। এতিয়া বিয়াৰ কথাটো উঠিব নোৱাৰে। দেউতাই মৰাৰ দুদিন আগতে তোমাক কি কৈ গৈছে মনত পৰে?

পৰে। কিন্তু তেতিয়াৰ কথাটো বেলেগ, এতিয়াৰ কথা বেলেগ।

বেলেগ? তুমি আমাৰ দূৰাবস্থাৰ সোণালী সুযোগ লব খোজা? এয়েতো? কিন্তু জানা অৱস্থা বেলেগ হব পাৰে কিন্তু মনৰ কথা একে ধৰণে আছে। তুমি এতিয়াই ইয়াৰ পৰা যোৱা। মৰিব লাগিলে মৰিম। মৰিবতো ওলাইছোঁ আৰু মৰিবৰ বাকী কি?

ইমান দূৰ?

তুমি যিমান দূৰত্ব বোধ কৰিছা, তাতকৈ বহুতো বেচি।

ভাল কথা মই যাওঁ। কিন্তু মোৰ পৰা একো সহায় নোপোৱা। জানা মই তোমালোকক সহায় কৰিবলৈ কিমান সাজু আছিলোঁ।

তোমাৰ বদান্যতা! সহায় নকৰা যোৱা। শুকাই মৰিব লাগিব এয়েতো?

মোহনে আৰু দুনাই কথা নকলে। গোঁ গোঁ কৰি গুছি গল। বাটত সি মাথো এবাৰ কলে ইমান অহঙ্কাৰী! বাৰু দেখিম!

ৰহণ বাইদেউ কি কৰিলা? অসহায় অৱস্থাত যি খেৰকুটা সহায় আছিল তাৰো মূদা মৰিল।

হেমেনী মনে মনে থাক!

তেওঁ গুছি গল। হাতত এটা কড়ি নাই। আমি বাহিৰলৈ ওলাব নোৱাৰোঁ। এনে অৱস্থাত টকাকড়ি থাকিলেও চলা টান। তাতে হাতত ধনবিত্ত নোহোৱা অৱস্থাত আমাৰ উপায়?

উপায়ৰ উপায় দাতা ভগবান!



(২)

হাতত এটা সুন্দৰ "বেগ" লৈ ৰহণে যাব ধৰিছে। এখন মটৰকাৰ কাষেৰে গল। ৰহণে মটৰখনলৈ চায়ে ৰল। মটৰৰ ভিতৰৰ পৰা এজন যুবকে তীক্ষ্ণ দৃষ্টিৰে ৰহণৰ পিনে চাই গল। যৌবনৰ স্পৃহাৰ তীক্ষ্ণ দৃষ্টি, নে অবজ্ঞা ঘৃণাৰ এটা চকু চাৱনি সেইটো ৰহণৰ বাহিৰে কেৱে নুবুজিলে। ৰহণে কেৱল কৈ গল ধনীৰ অবজ্ঞা সকলো দূৰাৱস্থাতকৈ বেচি চোকা বাণ! কোনো দিন অকলে বাহিৰ নোহোৱা ৰহণে আজি দুপৰীয়া নানা মুনিহৰে ভৰা ৰাজ আলিত। মনত তাইৰ সংশয় ভয়! কিন্তু তাইৰ মুখ দেখিলেই সহজতে বুজিব পাৰি তাইৰ মনত কি দৃঢ় প্ৰতিজ্ঞা! যেন তাইৰ অকণি শক্তিৰে জগতৰ সকলো শক্তি, সমাজৰ সকলো অত্যাচাৰ, অবজ্ঞা ঘৃণা জয় কৰিব। ঈশ্বৰ আৰু দৈবশক্তিত যেন আজি তাইৰ বিশ্বাস নাই। তাইৰ ভাব যেন ঈশ্বৰৰ শক্তি কেৱল ধনীক সহায় কৰিবলৈ, ধনীৰ প্ৰভুত্ব বঢ়াবলৈ, দুখীয়াক কেৱল নিৰাশ্ৰয় কৰিবলৈ, দুখীয়াৰ দুখ বঢ়াবলৈ।

তাই গৈ এঘৰ মানুহৰ হাউলীত সোমাল।

"বুজিছা তোমাৰ সকলো কথা শুনিছো। তোমালোকৰ দূৰাবস্থা শুনি দুখো হয়। কিন্তু?"

কিন্তু কি? আপোনাৰ সৰু লৰা-ছোৱালী পঢ়ুৱাবলৈ হেনো শিক্ষক বিচাৰিছে। যদি ইচ্ছা কৰে মোক এটা বন্দবস্ত কৰি ৰাখক। মই চেষ্টা কৰি ভালকৈ পঢ়াম।

দীননাথ শৰ্ম্মাই অলপপৰ ভাবি ৰল। তাৰপিচত গহীনাই হুমুনিয়াহ কাঢ়ি কলে "ওহো, সেইটো হব নোৱাৰে।"

হব নোৱাৰে ? কিয় ? সংসাৰত সহায়হীন আমি চাৰিটা প্ৰাণী। আপোনাৰ এনে সহায়েৰে ৰক্ষা পৰিম।

সেইটো সঁচা। কিন্তু জানা মোৰ ঘৰৰ পৰিয়ালৰ ভিতৰত কেবাজনো ডেকা লৰা আছে। কত অঘটন ঘটিব পাৰে। আৰু নঘটিলেও সমাজে মোক বেয়া বুলিব। মোৰ নানা অপযশ ৰটিব।

ৰহণ ততালিকে উঠিল। দীন শৰ্ম্মাই কলে 'চাহ পিয়া।'

নালাগে। মই অইন ঠাইত কিবা কাম বিচাৰিব লাগিব। মই চাহ পিলে কি হব? মোৰ যে নুমলী ভনী কেইজনী অনাহাৰে আছে।

দীননাথ শৰ্ম্মাই কলে "যোৱা।"

ৰহণে খোজ ললে। তাইৰ কাণত ধ্বনিত হল "যোৱা"। এই শব্দত যেন কত ধনীৰ নেওচা-কেওচা প্ৰতিধ্বনিত হৈছে। উপেক্ষা, হৃদয় হীন ভাবৰ কত ভূমিকম্প উঠি ৰহণৰ সবল হৃদয় জোকাৰি তুলিছে। সমাজৰ নিকৰুণ চিত্ৰ জাগি উঠিছে। যেন সমাজ দুখীয়াক সহায় কৰিবলৈ নহয়। দুখীয়াৰ ওপৰত বা বাঁহ তুলি দুখীয়াক সমূলি চেপি মাৰি সমাজৰ জয় ঢোল বজাবলৈ। দুখীয়াৰ কেলেঙ্কাৰী সৃষ্টি কৰি, দুখীয়াৰ বিপদত আৰু বিপদ বঢ়াবলৈ, দুখীয়া অবলাৰ ভয় সঙ্কোচ, নিৰাশ্ৰয় অৱস্থা বঢ়াই সমাজৰ শক্তিৰ প্ৰভুত্ব দেখুৱাবলৈ!

(৩)

কালিন্দ্ৰী! তুমি জনা বুজা ছোৱালী। মোৰ কথা শুনা।

"আপোনাৰ কথা শুনাতকৈ আমি খাব নেপাই মৰিম।"

অপূৰ্ব্ব লৰাটো লিখা-পঢ়াত বৰ ভাল নহলেও সি যেনেতেনে খুটি খাব পাৰিব আৰু তোকো খুৱাব পাৰিব। আনপিনে তইঁতৰ দুৰাবস্থাতো সহায় হব। এজন মতা লৰা এতিয়া তইঁতৰ সহায় হোৱা অতি আৱশ্যক!



আৱশ্যক, কিন্তু অসম্ভৱ।

কাৰণ ?

"চকু থাকিও নেদেখা। দেউতা আইতা আমাৰ নাই বুলি আপোনালোকে আমাক পানীত পেলাব খোজে। আমাৰ জানো সমূলি বিবেক বুদ্ধি, বাচ বৈয়চ নাই। আমি জানো কুহিয়াৰৰ ঢোবা। বাঢ়নীৰে যতে ততে সাৰি পেলাব।"

তেন্তে আমাক,—সমাজক দোষ দিব নোৱাৰা। আমি তইঁতৰ ভালৰ কাৰণে, মঙ্গলৰ কাৰণে এনে প্ৰস্তাৱ কৰিছোঁ। সি অৱশ্যে ৰহণক বিয়া কৰাব নোখোজে। সি বিচাৰে তোক। তই মান্তি হলেই ততালিকে সকলো যোগাৰ কৰোঁ। সমাজত কত কেলেঙ্কাৰী অপযশ আছে। তদুপৰিও তইঁতে এনে যৌবন অৱস্থাত কেনেকৈ বা খোৱা-লোৱাৰ দিহা কৰ।

কালিন্দ্ৰীয়ে লাহেকৈ সিহঁতৰ কাষৰ পৰা উঠিল। লাহেকৈ গৈ তাই শোৱা-পাটিত পৰি উচুপি উচুপি কান্দিব ধৰিলে।

মেলুৱৈ সকলে বাহিৰত থাকি তাই ওলাই নহা দেখি খঙতে-জিকাৰি উঠিল। অকণমানি ছোৱালী তাইৰ এনে গহ। সমাজৰ কথা নামানে। মৰক যেনেকৈ মৰে। আমাৰ কথা নুশুনে যেতিয়া গুৱৰীয়া কচু গুৱাৰীলৈ যাওক। ইয়াৰ ফল অচিৰতে পাব। নট-নটীৰ ভাল ক'ত ? তাইহতক লাগে দৰিয়লী নোহোৱা অৱস্থা। যাতে যি ইচ্ছা তাকে কৰিব পাৰে।

আনজনে মাত লগালে,—তাইহঁতৰ যি নহওক আমাৰ সমাজৰ যে ডেকাবিলাক একেবাৰে বেয়া হব। ডঁৰিয়লী নোহোৱা ঘৰ কেতিয়া কি হয় কোনে জানে ? মূঠৰ ওপৰত আমাৰ সমাজৰ কেলেঙ্কাৰীৰ লগে লগে আমাৰ সমাজৰ ডেকা সকল বেয়া হবৰ সুযোগ।

সকলোৱে মাত লগালে ইহঁতক সোনকালে ইয়াৰ পৰা আঁতৰাব লাগে।

(৪)

চক্ৰপানীয়ে চৌফালে ঘূৰিব পাৰা চকিত বহি বাতৰি কাকত এখন পঢ়ি আছে। গুণ গুণ কৈ কিবা গীত, গাইছে। কি গাইছে

যেন তালৈ তাৰ মন নাই। কি পঢ়িছে যেন সি একোকে গম পোৱা নাই। সি যেন কিবা ভাবি আছে। হঠাৎ সি উচাপ খাই বাহিৰলৈ চাই কলে "শুন ৰহণ।"

বাহিৰৰ আলিত ৰহণ থমক খাই ৰল। যেন কিবা আচহুৱা ভাব। চক্ৰপানীয়ে একেলৰে আলিলৈ আহি ৰহণৰ কাষ পাই কলে।

"ৰহণ মই তইঁতৰ ঘৰলৈ যাব পৰা নাই। যদিও মই তইঁতৰ সকলো দূৰাৱস্থাৰ কথা শুনিয়ে আছোঁ।"

"আপুনি যাবই বা কিয় ?"

চক্ৰপানীয়ে অলপ নামাতি "বাৰু যা মই কিবা কব খোজোতে কিবা কলোঁ। ৰহণে কিবা কব খোজোতে সি ততালিকে কলে "যা।"

ৰহণে যেন উদাস চকুৰে চক্ৰপানীৰ মুখলৈ চাই ৰ'ল। অলপ পিচতে চক্ৰপানীয়ে পিচ দি লাহে লাহে ঘৰলৈ খোজ ললে। ৰহণেও কি কৰিব কি নকৰিব ভাবি বিমোৰ হৈ লাহে লাহে আলিবাটেৰে খোজ ললে। ৰহণে ভাবিলে চক্ৰপানীয়ে কি কব খুজিছিল। কিয় নকলে ? তাইৰ উত্তৰত কি ভুল হল ? এবাৰ ভাবিলে চক্ৰপানীৰ কাষলৈ গৈ আকৌ সকলো কথা সোধে। কিন্তু !···তাই অলপ থমক্ খালে। অলপ পিচতে আকৌ ভাবিলে তাইৰ সম্পূৰ্ণ ভুল ধাৰণা। চক্ৰপানী তাইৰ কোন ? এটা উত্তেজনাত হয়তো সি মাতিছিল। হঠাৎ সি সেইটো বুজিব পাৰি আকৌ উভতিল। এদিন ভাল অৱস্থাত সি তাইহঁতৰ ঘৰলৈ গৈছিল। হয় নিজৰ অন্তৰত জ্বলি থকা কাম বাসনাৰ উত্তেজনাত বা যৌবন তৰঙ্গত ভাহি ফুৰা শত চঞ্চল কল্পনাৰ উদগনিত। কিন্তু তাইৰ দায়িত্ব লবলৈ বা দূৰাৱস্থাত সহায় কৰিবলৈ সি কাহানিও তাৰ মনত ঠাই দিয়া নাছিল। তাইৰ মনত চক্ৰপানীৰ "যা" শব্দটোৱে যেন কত ভূমিকম্পৰ সৃষ্টি কৰিলে। তাইৰ মনত ধনীৰ অৱজ্ঞা, নিকৰুণ ভাব, দুখীয়াৰ প্ৰতি সহানুভূতিশূন্য ইত্যাদি কথাবোৰেই বেচিকৈ খেলালে ; কিন্তু তাইৰ মনত এবাৰো ভাব নহল ধনীৰ এপিনে যেনে আভিজাত্য, অহঙ্কাৰ, নিকৰুণ ভাব আনপিনে দুখীয়াৰ অভিমান, অলপতে হীনতাৰ



ভাব, সহায় হীনতাৰ অনুভূতিয়ে সংসাৰত ধনী আৰু দুখী এই দুই শ্ৰেণীৰ মাজত এটা ডাঙৰ সজ্ঘৰ্ষ উপস্থিত কৰিছে। ধনীৰ অলপ কথাতে দুখীয়াই কত ভাবে তাৰ আদি অন্ত নাই। যি নহওক ৰহণে কত কি ভাবি লাহে লাহে খোজ ললে। অলপ আগবাঢ়ি যাওঁতেই তাই দেখিলে পিচপিনৰ পৰা এখন মটৰকাৰে হৰ্ণ দি ততালিকে তাইৰ কাষ চাপি ৰল। মটৰৰ পৰা ততাতৈয়াকৈ চক্ৰপানী নামি আহি ৰহণৰ পিনে চাই কলে "ৰহণ মটৰত উঠ।"

ৰহণে একো বুজিব নোৱাৰি চক্ৰপানীৰ মুখলৈ চাই ৰল।

সি পুনৰাই কলে "উঠ, বহুত কথা আছে।" ৰহণে কিবা কব খুজিও মনে মনে ৰল জানোচা কিবা কওঁতে কিবা কয়। তাই একো নকৈ ঘপৰাই মটৰত উঠিল। চক্ৰপানীয়ে ততালিকে মটৰ এৰি দিলে। "শুন ৰহণ বোধ কৰো তই ভাবিছ মই তইঁতৰ কথা সমূলি নাভাবো। কিন্তু ভাবিলেও যে তইঁতৰ কাষলৈ মই যোৱাটো যুক্তি সঙ্গত বুলি নাভাবো। বহুতে বহুত কথা কব। আনকি তইঁতৰ দূৰাৱস্থাত সহায় কৰিলেও মানুহে নানা কথা ৰটিব।"

আমাৰ দোষ ?

তইঁতৰ দোষ বহুতো।

কি কি ?

প্ৰথম তইঁত নিসহায়! দ্বিতীয়তে তইঁত ছোৱালী। এলাপেচা ছোৱালী নহয়, ৰূপ যৌবনপূৰ্ণ! তৃতীয়তঃ তইঁতে জন্মিছ এখন অভংভতৰা সমাজৰ ভিতৰত। যি সমাজৰ শিক্ষা-দীক্ষা নাই, যি সমাজে তিৰোতা আৰু মুনিহ সকলৰ মাজত ভয়ঙ্কৰ পাৰ্থক্য দেখে। যি সমাজে মুনিহৰ শত দোষো চকু মুজি আওকাণ কৰি থাকে কিন্তু তিৰোতাৰ অলপ পাৰ পিছলিলেই হাহাকাৰ লগায়। যত্নেৰে বশ কৰিব পৰা শক্তি তইঁতৰ নাই। সমাজে ভাবে তইঁত সমাজৰ গলগ্ৰহ। তইঁতৰ উপায় কৰিবলৈ সমাজ নিৰুপায়। কিন্তু তইঁতৰ শত কেলেঙ্কাৰী, শত অপবাদ দিবলৈ সমাজ তৎপৰ! তাৰ পিচত সুন্দৰ ভাবে দণ্ড

বিহিবলৈ। তইঁতক সহায় কৰিবলৈ গলে সমাজে দেখে নানা গুপ্ত প্ৰণয়ৰ সঁচ। তাত দেখে সমাজৰ নিয়ম লঙ্ঘন।

ৰহণে ইমানপৰ নামাতি আছিল। তাৰ পিচত কলে "আৰু নুশুনো। সমাজৰ ৰচনা বহুতো পঢ়িছো, নিজে দেখিছোঁ। কিন্তু সেইকৈ বুলি সমাজ এনেভাবে ৰবনে? যাওক সেই কথা কৈ মোৰ লাভ কি? মোৰ নিজৰ পেটৰ চিন্তাত হাহাকাৰ এনে সময়ত সমাজৰ ভাল বেয়া ভাবি মোৰ লাভ কি?

তইঁতে এতিয়া কি কৰি খাইছ?

কি কৰিম? একোকে উপায় পোৱা নাই। তিৰোতা মানুহক এনেভাবে নিসম্বল কৰি থৈছে যে পুৰুষ নোহোৱা হলে আমি একোকে কৰিব নোৱাৰোঁ। কিবা কৰিবলৈ বাহিৰ ওলালেও আমি সমাজৰ ছেই ছেই খাব লাগে। নানা কেলেঙ্কাৰীৰ বোজা লব লাগে। তদুপৰিও নিজৰ ভৰিত থিয় দি নিজৰ পেট প্ৰবৰ্ত্তণ কৰিবলৈ উপায় নাই। তাতে আকৌ বাহিৰ ওলালে কত মানুহে কেনে চকুৰে চাব। পাৰিলে অঘাইতং সকলে নানা অঘটন ঘটাব খোজে! কিন্তু যেতিয়া সকলো গৈছে তেতিয়া কিছুমান পাবত গজা অলীক মান-সম্ভ্ৰমলৈ মন কৰি ঘৰৰ ভিতৰত শুকাই মৰিলে কি হব?

তোৰ ইচ্ছা কি ৰহণ?

"মোৰ ইচ্ছা বুলি একো কথা নাই। মোৰ অৱস্থাই মোক ইচ্ছা কৰিবলৈ বাধ্য কৰিছে। সকলো গৈছে। হয়তো তিৰোতাৰ আচল গৌৰৱ সিওটো মানুহৰ পিশাচ আচৰণত নষ্ট হৈ যাব কিন্তু সেই গৌৰৱলৈ ভাবি অসহায় অৱস্থাত শুকাই মৰিব নোখোজো। ভাবিছোঁ যেনেতেনে নিজৰ ভৰিত থিয় দি জগতত প্ৰবৰ্ত্তিব পাৰোঁণে নোৱাৰো। ভাবিছো সমাজে যি চকুৰে নেদেখক নিসহায় তিৰোতাই নিজৰ গৌৰৱ ৰক্ষা কৰি পেট পুহিবলৈ উপায় পায় নে নেপায়?

কিন্তু ইয়াৰ ফল যে বিষময় হব?

অৰ্থাৎ আমাক কেৱে বিয়া নকৰাব, এয়েতো? অসমীয়াৰ বিয়া



মানে তিৰোতা ছোৱালীক এটা দাসত্বৰ নিৰুপায় অৱস্থাৰ পৰা আমি এটা দাসত্বৰ শৃঙ্খলত বন্ধা। স্বামীৰ কিবা হলেই—আকৌ এখন নিৰুপায় অৱস্থাত পৰা। যেতিয়ালৈকে তিৰোতাই মিছা মান-সম্ভ্ৰমক ওখ ঠাই দি, সমাজে কিবা কব ভাবি একো নকৰা ভাবত থাকিব, বাহিৰ নোলাব, যেতিয়ালৈকে তিৰোতাই নিজ বাহুবলত নিজে উপাৰ্জ্জন কৰিবলৈ নিশিকিব তেতিয়ালৈকে তিৰোতাৰ এনে নিৰুপায় অৱস্থাৰ, এনে দাসত্বৰ অন্ত নপৰে। যেতিয়ালৈকে আমি সবল হৈ পুৰুষৰ পৈশাচিক আচৰণত বাধা দিব নোৱাৰিম তেতিয়ালৈকে ঘৰৰ ভিতৰত আঁৰ কাপোৰৰ আঁৰত থাকিলেও আমি তিৰোতাৰ আচল গৌৰৱ ৰাখিব নোৱাৰিম। আমাৰ সবল মন তেজী স্বভাব আৰু পৈশাচিক আচৰণক ঘৃণা কৰা গুণ যেতিয়ালৈকে আমি লব নোৱাৰিম, যেতিয়ালৈকে আমি পুৰুষতে আলম লৈ জগতত থিয় হবলৈ এৰি নিজৰ ভৰিত নিজে থিয় দিব নোৱাৰিম তেতিয়ালৈকে আমাৰ মুক্তি নাই, তিৰোতাৰ আচল গৌৰৱ নাই। সেইকাৰণে আজি সমাজৰ সকলো বন্ধা নিয়ম, সমাজৰ সকলো গৌৰৱৰ আখ্যা, তিৰোতাৰ মান-সম্ভ্ৰম নষ্ট হোৱা ভয় সঙ্কোচ ত্যাগ কৰি আজি ওলাইছো, নিজৰ মনৰ সবলতা লৈ ওলাইছো।

কিন্তু ৰহণ চাৰিওফালে যে পশু আচৰণৰ বেৰা আছে। দস্যু ডকাইততকৈ ভয়ঙ্কৰ কামুকৰ দল যে বৰ্ত্তমান। সিহঁতে তিৰোতাৰ নিসহায়ৰ সুবিধা লৈ যে সকলো পশু আচৰণৰ বৰ্ব্বৰতাৰে তিৰোতাৰ সকলো নষ্ট কৰি নিজৰ মহতালি প্ৰকাশ কৰে। সিহঁতৰ মাজত কোনো তিৰোতাক পাশবিক আচৰণেৰে বশ কৰিবলৈ পাৰিলে সেই কথা কৈ কৈ গৌৰৱ অনুভৱ কৰে। এনে অৱস্থাত তুমি নিসহায় ভাবে কেনেকৈ পশু জগতত সাতুৰিবা? তোমাৰ যে খেৰ কুটাও সহায় নাই!

নহওক। তথাপি চেষ্টা কৰি চাম, তাৰ পিচত মৰিব লাগে মৰিম। কিন্তু মিছা সম্ভ্ৰম ৰাখিব লাগে বুলি ঘৰৰ ভিতৰতে সোমাই পৰমুখাপেক্ষী হৈ "হা ভাত হা ভাত" কৈ নমৰো।

কিন্তু তই কি উপায়েৰে নিজে আৰ্জ্জিবি?

তাৰে উপায় পোৱা নাই। মতা লৰাই যেনেকৈ শিক্ষা-দীক্ষা লাভ কৰিও আজি খুটি খাবলৈ উপায় নাপায় তেনেকৈ আমিও সকলো প্ৰকাৰে আৰ্জ্জিবলৈ অক্ষম। তথাপি বৰ্ত্তমানে ভনী কেইজনীক ঘৰত কাপোৰ বব দি, সূতা কাটিবলৈ দি মই বাহিৰে বাহিৰে কিবা উপায় কৰিব পাৰোনে চাইছো। লগে লগে কাপোৰ কিনি হাতেৰে চোলা চিলাই কৰি কৰি সেইবোৰ বেচিবলৈ মন কৰিছোঁ।

চক্ৰপানীয়ে ৰহণৰ কথা শুনি অবাক হল। এজনী পূৰ্ণ যৌবনা ছোৱালীৰ আত্ম সম্বলৰ জ্ঞান আৰু মনৰ বল দেখি চক্ৰপানী স্তম্ভিত হল। কিন্তু চক্ৰপানীয়ে কলে "সেইবোৰ বেচিবি কেনেকৈ?"

ঘৰে ঘৰে গৈ।

কিন্তু তাত যে কত অঘটন ঘটিব পাৰে।

পশু জগতত একোৰে অসম্ভৱ নহয়। কিন্তু সেইটো আমাৰ দোষ নহয়। দোষ হব পুৰুষৰ। অৱশ্যে সমাজৰ চকুত আমিয়ে হেয় হম সঁচা কিন্তু ভালকৈ গমি চালে সেইটো হব জ্ঞানী জগতৰ পুৰুষৰ মহতালিত গ্লানি স্বৰূপ।

হব পাৰে গ্লানি। কিন্তু তইঁতে যে চিৰকাল সমাজৰ চকুত হেয় আৰু ঘৃণাৰ পাত্ৰ হৈ গোটেই জীৱনতো আবিয়ৈ হৈ তিৰোতাৰ সকলো সুখ-সম্ভোগ নোপোৱাকৈ নিয়াব লাগিব। তইঁতৰ মনৰ সবলতা, তেজী প্ৰাণ, উত্তম, শিক্ষা সকলোৰে বিকাশ কৰিবলৈ উপায় নাপাই ফুল ফুলি এনেয়ে সৰি যাবি। তহতৰ সৌৰভৰ কেৰে মোল নাপাব।

জগতত কত বস্তু এনেয়ে সৃষ্টি হৈ এনেয়ে লোপ পায়। আমাৰো তেনে অৱস্থা হব। নহলে যদি সঁচাকৈ আমাৰ মনত কিবা সৌৰভ আছে তেন্তে সেই সৌৰভে দশো দিশ আমোল মোলাব। সেই সম্বন্ধে আমাৰ ভাবিবলৈ একো নাই। কিন্তু সমাজক ভয় কৰি কৰ্ত্তব্যৰ পৰা পিচনুহুহকোঁ।

চক্ৰপানীয়ে কলে, সুন্দৰ। ৰহণ ঈশ্বৰে তোৰ স্বাবলম্বন ভাবত নিশ্চয় সহায় কৰিব। এটা কথা কওঁ শুনিবি?



কি?

কেৱল হাতেৰে কিমান চোলা চিলাই কৰিবি? তাতকৈ মই এটা "শিঙ্গাৰ মেচিন" কিনি দিওঁ।

আপোনাৰ দান স্বৰূপ মই লবলৈ ইচ্ছা নকৰোঁ। কিয়নো সেয়ে মোৰ আদৰ্শ নষ্ট হব। তদুপৰিও পুৰুষৰ পৰা মই কোনো সহায় লবলৈ অনিচ্ছুক।

তোৰ কথা মই বুজিছোঁ।

অৱশ্যে বৰ্ত্তমানে সহায় লোৱা যেন দেখিছ। কিন্তু যদি তইঁতৰ কামেৰে উপাৰ্জ্জন কৰি সেইটোৰ দাম মোক দিয় তেন্তে মোৰ ওচৰত ঋণী নহলি।

ৰহণে নামাতিলে। লাহে লাহে মটৰ আহি নানা ঠাই ঘূৰি ঘূৰি আকৌ চক্ৰপানীৰ ঘৰৰ কাষ পালেহি। চক্ৰপানীয়েও কথাত ইমান বিভোৰ হৈছিল যে মটৰ কোন কোন বাটেৰে সি ঘূৰালে তাৰ জ্ঞান নাই। যি নহওক হঠাৎ মটৰৰ সমুখত তাৰ ঘৰ দেখি সি মটৰ ৰাখি কলে "বাৰু আজিলৈ যা। অইন সময়ত কথা হম। কেইটামান টকা নে?"

ৰহণে কলে, মই টকা নিব নোৱাৰোঁ, বুলিয়েই ৰহণে ঘপৰাই নামি ঘৰমুৱা হল।

চক্ৰপানীয়ে কত কথা ভাবি ঘৰ সোমাল।

( ৫ )

ৰহণ, কালিন্দ্ৰী, হেমনি, জোনাকী চাৰিও ঘৰতে আছে। কালিন্দ্ৰীয়ে চোলা চিলাই কৰি আছে। জোনাকীয়ে যঁতৰ আগত লৈ কপাহী সূতা কাটিছে, হেমনীয়ে শালত বহি কাপোৰ বৈ আছে, ৰহণে চুটকেচটো মেলি কেখনমান কাগজ উলিয়াই কিবা চাব ধৰিছে। হেমনীয়ে কলে "এনে ধৰণে কথমপি আমি জীৱন প্ৰবৰ্ত্তন কৰিম সঁচা কিন্তু আমি জগতত একো কৰি যাব নোৱাৰিম।"

কালিন্দ্ৰীয়ে কলে "এতিয়া জীৱন প্ৰবৰ্ত্তন কৰাটোৱে আমাৰ ডাঙৰ সমস্যা, জগতত মূৰ দাঙি উঠা কথা ভাবিবকে নোৱাৰোঁ।"

জোনাকীয়ে কলে "তেন্তে আমি জীয়াই থাকি কি লাভ ? যদি জগতত একোকে কৰিবকে নোৱাৰো তেন্তে আজি মৰিলোঁ বা দহ বছৰৰ পিচত মৰিলো তাত পাৰ্থক্য কি ? কেৱল কিছুমান কেলেঙ্কাৰীৰ বোজা, সমাজৰ চেপা, দুখ দৈন্যতাৰে খেলি খেলি জীৱনৰ মেটমৰা ভঁৰ বৈ কি হব ?

ৰহণে মাত দিলে 'কথাটো সচা। আমি শত কেলেঙ্কাৰী, দুখ কষ্ট, অন্যায়, অত্যাচাৰৰ বিৰুদ্ধে যুজি জগতত মূৰ দাঙি উঠিবই লাগিব। বৰ্ত্তমানে মোট প্ৰবৰ্ত্তনৰ ভালকৈ দিহা কৰি চাব লাগিব সচাকৈ আমি জীয়াই থকা কিবা মূল্য আছে নে নাই। যদি আমি তেনে একো আশা নেদেখোঁ তেন্তে জীয়াই থাকিব লাগে বুলিয়েই আমি জীয়াই নাথাকোঁ। আমি বৰ্ত্তমানে জীয়াই থকাৰ দিহা কৰাৰ লগে লগে প্ৰত্যেকে একোটা বিষয় ঠিক কৰি লব লাগিব যাতে সেই বিষয়তে আমি প্ৰতিভাশালিনী হৈ উঠিব পাৰো। প্ৰতিভা বিকাশৰ সুবিধা পালেই আমি মূৰ দাঙি উঠিব পাৰোঁ। হেমনী তই ভবিষ্যতত কি কৰিব খোজ ?

বাইদেউ ! তুমিতো জানাই মই গীত বাদ্য সকৰে পৰা ভাল পাওঁ। মই সেই বিষয়তে আগুৱাব খোজো আৰু তাৰ আলম লৈয়ে ধন ঘটি জগতত মানুহ বুলি চিনাকি দিব খোজো।

কালিন্দ্ৰী তই কি কৰিব খোজ ?

মই এনে এটা ব্যৱসায় লব খোজো, যি ব্যৱসায় কেৱল অসমতে নহৈ গোটেই ভাৰতৰ পৰা টকা আনিব পাৰে। মোৰ দৃঢ় বিশ্বাস অসমীয়া মানুহে সৰু ব্যৱসায় কৰি ওচৰ চুবুৰীয়াকে বস্তু বেচি অসমীয়াই মানুহ বোলাব নোৱাৰে। অসমীয়াই এনে ব্যৱসায় লব লাগিব যি ব্যৱসায়ৰ বস্তু পাবলৈ ভাৰতৰ আন আন মানুহেও ইচ্ছা কৰে।

কিন্তু তেনেকুৱা কি ব্যৱসায় হব পাৰে ? সেইটোকে ভাবিবলগীয়া।

কালিন্দ্ৰী বাৰু সেই সম্বন্ধে তই আৰু ভাব। জোনাকী তই কি কৰিব খোজ ?



মোৰ ইচ্ছা মই পঢ়িয়ে থাকোঁ।

আটাই কেউজনীয়ে হাঁহিব ধৰিলে।

হাঁহিলা কিয় ?

জোনাকীয়ে কলে পঢ়ি থাকিলে জানো টকা মিলিব ?

বৰ্ত্তমানে টকা নিমিলে সঁচা। পিচত প্ৰফেচাৰ আদি হব পাৰিলে আৰু ৰিচাৰ্চ কৰিব পাৰিলে টকাও আহিব, নামো আহিব।

কি বিষয়ত ৰিচাৰ্চ কৰিব খোজ ?

মোৰ মনেৰে অসমৰ হাবি বননীয়ে যিবোৰ গছ-লতা পাত বা আন বস্তুবোৰ আছে সেইবোৰেৰে জগতত কিবা উপকাৰ হোৱা বস্তু তৈয়াৰ কৰিব পাৰিনে নোৱাৰি, নাইবা অসমৰ মাটিৰ তলত কিবা এনে খনিজ বস্তু আছেনে সেইবোৰ উলিয়াই জগতৰ আগত দাঙি ধৰিব পাৰিলে, নাইবা অসমৰ মাটিত কি খেতি সৰহকৈ কৰি সৰহীয়া ধন ঘটিব পাৰি এই তথ্য বাহিৰ কৰিব পাৰিলে মই আনন্দ পাম।

অৰ্থাৎ তই বোটানি, মিনাৰলজি, এগ্ৰিকালচাৰ একোৰে বাদ দিব নোখোজ। এইবোৰৰ সুবিধা হবনে নহয় কব পৰা নাই। আনকি অসমত এতিয়া যি বিশ্ববিদ্যালয় গঢ়িছে সেই বিশ্ববিদ্যালয়তো ভাবুক সকলে নতুন গঢ়ৰ তথ্য নাভাবি কেৱল অসমৰ নামৰ হকে কলিকতা বা ভাৰতৰ আন বিশ্ববিদ্যালয়ৰ হুবহু অনুকৰণ কৰি অসমতো তেনে বিশ্ববিদ্যালয়ৰ ভাওনা গঢ়িব খুজিছে। তেওঁলোকে ভবা উচিত প্ৰত্যেক ঠাইৰ স্বকীয়া বিশ্ববিদ্যালয়ৰ আৱশ্যকতা। সেই ঠাইৰ বস্তু বেহানি মাটি-পানী হাবি-বননিৰ বস্তু বিলাকৰ উপাদানৰে জগতৰ কি সহায় কৰিব পাৰে, লগে লগে নিজৰ আৰু দেশৰো উন্নতি হব পাৰে। অসমৰ স্বকীয়া শিল্প কৃষ্টি, শিক্ষা আৰু জগতৰ কি উপকাৰত আহে সেই বিলাক প্ৰকাশ কৰিব লাগে। কিন্তু জোল যিপিনে যাই পাচলিও সেইপিনে যোৱা অৱস্থাৰ দৰে বিশ্ববিদ্যালয় গঢ়িব লাগে, সেইটো যেনেবিধৰে নহওক কেৱল আমাৰ নাম যশ বৈ বৈ যাওক এনে ভাব লৈ আগবাঢ়িলে দেশৰ উন্নতি ক'ত ?

কালিন্দ্ৰীয়ে কলে যেনেকৈ আমি বৰ্ত্তমানে কেৱল পেট প্ৰবৰ্ত্তনৰ কথাই ভাবিব লগীয়াত পৰিছো সেইদৰে অসমৰ বৰ্ত্তমান অৱস্থাত যেনে ধৰনৰে নহওক বিশ্ববিদ্যালয় গঢ়াটোৱে আচল কথা। অৱশ্যে আমাৰ দৰে সেইবোৰ আদৰ্শ চকুৰ আগত ৰাখিব লাগিব। লাহে লাহে বিশ্ববিদ্যালয়ৰ গতি সেইপিনে ঢাল খুৱাব লাগিব।

ৰহণে কলে আমাৰ ডাঙৰ ভাববোৰ আৰু উদ্দেশ্য আটায়ে প্ৰকাশ কৰিলোঁ কিন্তু সেইবোৰ কেনেকৈ সমাধান কৰিব পাৰি সেইটোহে জটিল সমস্যা।

জোনাকীয়ে কলে "বাইদেউ আমি আমাৰ মনৰ ভাববোৰ কলোঁ। কিন্তু তোমাৰ উদ্দেশ্যটো একো ভাঙি নকলা।"

তইঁতৰ দৰে মোৰো এটা ডাঙৰ উদ্দেশ্য আছে। অৱশ্যে সেইটো যে কৰিব পাৰিম সেইটো অসম্ভৱ যেন লাগিছে। তথাপি যদি শুনিব খোজ মোৰ আকাশত চাংপতা উদ্দেশ্যটোও শুন। মই দেখিছো এই গৱৰ্ণমেণ্টৰ তলত আমাৰ নিচিনা দুখীয়া নিৰাশ্ৰয় লোক সকলে কোনোমতে উদ্গতি কৰিবলৈ উপায় নাপাওঁ। গতিকে এই গৱৰ্ণমেণ্টৰ সমূলি মূলোচ্ছেদ কৰি নতুন গৱৰ্ণমেণ্ট নতুন পন্থালৈ আগ বাঢ়িব লাগিব। যিহৰ দ্বাৰা একেবাৰে নিৰাশ্ৰয় নিৰান্ন ছালছিগা ভিকহুৱে সহায় পাই নিজৰ নিজৰ প্ৰতিভা বিকাশ কৰিবলৈ সুবিধা পায়। যি গৱৰ্ণমেণ্টৰ তলত অবলাও দুৰ্ব্বলা নহয়, পৰ মুখাপেক্ষী হব নালাগে।

কালিন্দ্ৰীয়ে কলে তেন্তে তুমি পলিটিক্চত নামিব খোজা আৰু তোমাৰ পলিটিক্চ হব ৰাচিয়াৰ দৰে কমুনিজিম সৃষ্টি কৰাত। ৰহণে কলে "হুবহু ৰাচিয়াৰ দ'ৰে হব নে নহয় কব পাৰা নাই। কিন্তু শিক্ষা, ডাক্তৰৰ সহায়, মানুহৰ খোৱা-লোৱাৰ ব্যৱস্থাৰ যাতে সুবিধা হয় তেনে কৰিব লাগিব। শিক্ষা, ডাক্তৰী সহায় অবৈতনিক হব লাগিব। খোৱা লোৱাৰ অভাৱৰ কথা ভাবি ভাবি মানুহে নিজৰ উদ্দেশ্যৰ পৰা বা আদৰ্শৰ পৰা আঁতৰি থাকিব নলগীয়াত পৰিব। মই গৱৰ্ণমেণ্টৰ সমূলি নতুন পদ্ধতিৰ ব্যৱস্থা কৰাত জীৱন নিয়াম বুলি ভাবিছোঁ।



আটাইবোৰে কথা কৈ থাকোতে এজন কুলিয়ে এটা চিঙ্গাৰ মেচিন লৈ তেওঁলোকৰ চোতাল পালেহি।

হেমনিহঁতে দেখি কলে এইটো কি লৈ ঘপহ কৰে চোতাললৈ সোমাই আহিল।

ৰহণে কলে "ঐ বুজিছোঁ। কুলিটোলৈ চাই 'ৰাৰু তাতে থ' বুলি ঘৰৰ এটা কুঠৰী দেখাই দিলে, কুলিয়ে থৈ গল।

ৰহণে সুধিলে পইচা পাইছ?

"হয় আইদেউ পইচা পাইছোঁ।" বুলিয়েই সি খোজ ললে।

ৰহণে বহুত পৰ ভাবি বৈ কালিন্দ্ৰীক কলে "তই পঢ়িব ইচ্ছা কৰ যেতিয়া কলেজলৈ গৈ পঢ়িয়ে থাক। এই কলৰ সহায়েৰে আমি তোৰ খৰচ যোগাম। আহৰি সময়ত তইয়ো কাম কৰিবি।"

( ১২ )

চক্ৰপানী এজন সম্ভ্ৰান্ত বংশীয় অসমৰে সুদক্ষ নেতাৰ লৰা, অৱশ্যে তেওঁৰ দেউতাৰ নেতৃত্বৰ দ্বাৰা অসমে বৃটিচ গৱৰ্ণমেণ্টৰ বিৰুদ্ধে চৰম পন্থালৈ আগ বাঢ়িলেও স্বাধীনতাৰ দাবীত দেহে কেহে সকলো লাঞ্চনা সহিও শীৰ্ষস্থান পালেও আচলতে কি উপায়েৰে অসম স্বাবলম্বী হৈ অসমীয়াই নিজ ভৰিত থিয় হৈ বিশ্ব জগতৰ সমুখত অসমীয়া জাতি হিচাবে গৰিমা আনিব পাৰে সেইটোলৈ এতিয়াও ভবা নাই। কেৱল ভাবৰ আবেগত স্বাধীনতা লাগে, বিদেশীৰ হাতৰ পৰা পৰাধীনতা শৃঙ্খল কাঢ়ি আনি ভাঙিচিঙি চুৰমাৰ কৰিব লাগে। নিজৰ শাসন যিমানেই বেয়া নহওক তথাপি স্বাধীন গৱৰ্ণমেণ্টৰ স্থাপন হব, বিদেশী আঁতৰ হব এই ভাবটোকে লৈ তেওঁ আগ বাঢ়িছে। লগে লগে স্বাধীনতা যেনেতেনে অৰ্জ্জন কৰিবলৈ তেওঁ এই ভাবটো সহকৰ্মী সকলৰ মনত দকৈ শিপাই এটা বিদ্ৰোহী মনৰ শৃঙ্খলিত থকা বাহিনী সাজি বিদ্ৰোহৰ পতাকা তুলিছে। অৱশ্যে এই বাহিনীয়ে নিজৰ ঘৰৰ কৰ্ত্তব্য আদি

কৰিয়ে আছে কিন্তু আহ্বান পালেই আগবাঢ়ি আহিছে। হোৰে হোৰে জেলত সোমাইছে। বিদ্রোহ ধ্বনিৰে আকাশ পাতাল ধ্বনিত কৰিছে। আচলতে তেওঁলোকৰ কোনো অস্ত্র শস্ত্র নাই বা একেলগে থকা গবৰ্ণমেণ্টৰ দৰমহা খোৱা ফৌজ বোবৰ দৰেও নহয়। এওঁলোকৰ প্ৰত্যেকে আচল স্বাৰ্থত্যাগ কৰিবলৈ বা মৃত্যুকো বৰণ কৰিবলৈ আচলতে সাজু নহয় কিন্তু প্ৰত্যেকে মনে মনে অনুভৱ কৰিছে স্বাধীনতা যেনে তেনে লাগে। যি নহওক চক্ৰপানীও দেউতাকৰ এই আদৰ্শতে স্বাধীনতাক সকলোতকৈ ওখ আসন দি তেওঁ স্বাধীনতা অৰ্জ্জনৰ কাৰণে সৈনিক হিচাবে কেবাবাৰো জেললৈ গৈছে। কেবাবাৰো আন্দোলনত যোগ দিছে। ইচ্ছা, এপিনে স্বাধীনতা অৰ্জ্জন আন পিনে দেউতাকৰ দৰে দেশ আৰু সমাজৰ নেতৃত্ব লাভ কৰা।

চক্ৰপানীয়ে সিদিনা চৰাঘৰত বহি গকুলৰ লগত কথা পাতিছে। গকুল তুমি দুখী, দৰিদ্ৰ সকলোৰে কথা কৈ থাকা, দেশৰ স্বাধীনতাৰ কথা মুখত আনিব নোখোজা!

স্বাধীন হলেও যদি দুখী, দৰিদ্ৰৰ অৱস্থা উন্নত নহয় তেন্তে তেনে স্বাধীনতাৰ মূল্য কি? খোৱা লোৱাৰ হাহাকাৰ, শিক্ষা উৰাৰ অভাৱ মাউৰ মৰকৰ তাণ্ডৱ নৰ্ত্তন; স্বাবলম্বী হবৰ উপায় নোহোৱা অৱস্থা স্বাধীন দেশত স্ব শৰীৰে বিৰাজ কৰিলে তেনে স্বাধীন দেশৰ উন্নতি ক'ত? শান্তি ক'ত?

বুজিছা গকুল সেই বিলাক নোহোৱা কৰিবলৈ নিজৰ আঁচনি লাগে। আৰু তেনে আঁচনি গঢ়িবলৈ স্বাধীন মন, স্বাধীন ভাব আৰু স্বাধীন দেশৰ বতাহ পানীৰ আৱশ্যক। সেই কাৰণে সকলো ভাব এৰি সকলোৰে প্ৰথমে স্বাধীনতা লাভৰ চেষ্টা কৰাই মই শ্ৰেয় বুলি ভাবো।

বাস্তৱ স্বাধীনতা নানি কল্পনাৰাজ্যৰ স্বাধীনতাই মানুহৰ বাস্তৱ দুখ দাৰিদ্ৰ্যৰ মোচন কৰিব নোৱাৰে। কেৱল কাল্পনিক স্বাধীনতাৰ অৰ্থে চেষ্টা কৰোতেই আমাৰ সকলো শক্তি ব্যয় হব। আকৌ সেই



স্বাধীনতা পালেও শাসক সকল দেশী হলেও এনে ধনতন্ত্ৰ আৰু প্ৰভাৱশালী লোক সকলৰ পুতলা হব যে আকৌ এখন দুখী-কাঙালী আৰু প্ৰভাৱশালী লোক সকলৰ সংজ্ঘৰ্ষ অনিবাৰ্য্য।

কিন্তু প্ৰথমে সকলো ধনী-দুখী, কাঙালী, সকলো ধৰ্ম্মীয়ে একে লগ হৈ সাধাৰণ শত্ৰুৰ বিৰুদ্ধে অভিযান কৰোঁ। তাৰ পিচত সেই অভিযানত কৃতকাৰ্য্য হলে আমাৰ নিজৰ নিজৰ দাবী পূৰণ কৰি লম। সেইটো নকৰি ঘোঁৰাৰ আগত গাড়ী দি গাড়ীও টানিব নোৱাৰি ঘোঁৰাকো লৰাব নোৱাৰি। লৰালেও নানা বিশৃঙ্খলা হব তাত সন্দেহ নাই।

মোৰ কথাত তুমি অশৃঙ্খলতা দেখিছা। কিন্তু মই একে সংজ্ঘৰ্ষতে সকলোৰে অন্ত কৰিব খোজোঁ। বাৰে বাৰে যুজবাগৰ কৰি থকাৰ লাভ কি? চোৱা মানুহ মৰিছে দুখীয়া-কাঙালীয়ে মৰা শ ঢাকিবলৈ কাপোৰ বিচাৰি আহিছে। উত্তৰ পাইছে অফিচাৰ নাই পৰহিলৈ অফিচাৰ আহিব তেতিয়া আহিবা। যদিহে দুখীয়ে আৰু কিবা কথা কয় 'তেন্তে ইয়াৰ পৰা বাহিৰ হ' এনে সমিধান। এয়ে স্বাধীনতাৰ নমুনা। আকৌ চোৱা সেই এজনী অকণমান ছোৱালী স্কুললৈ আহে। দেউতাক তাইৰ নাই। মাকে কোনোমতে কটনা কাটি স্কুলৰ মাচুল খিনি দিয়ে। পঢ়াত তাইৰ বৰ মন। কিন্তু কাগজ ক'ত পায়? আন আন লৰা-ছোৱালীৰ দেউতাকহঁতে বা ভায়েকহঁতে অফিচৰ পৰা "পাচ" যোগাৰ কৰি সৰু সৰু ভনীয়েকহঁতক কাগজ যোগাইছে। কিন্তু তাইক "পাচ" কোনে যোগাৰ কৰি দিয়ে? তাইৰ যে আন কেও নাই। ওচৰ-চুবুৰীয়াক কলেও কয় আমিয়ে নিজৰ নিজৰ কাৰণে কাগজ যোগাৰ পাৰা নাই তাইৰ কাৰণে কত পাম? অকণমানি ছোৱালীজনীয়ে লগৰ সৰু ছোৱালী হতক কৈছে "ভাই মোক কৰবাৰ পৰা দুই দিস্তা কাগজ যোগাৰ কৰি দিয়া। মোৰ যে কেও নাই? সিহঁতে তাইৰ কাৰণে সহানুভূতি দেখুৱালেও উপায় কত? স্বাধীন গভৰ্ণমেণ্টৰ যে স্বাধীন পন্থা!

আকৌ চোৱা গাঁৱৰ বিধবা এজনী। কোনো মতে কটনা কাটি ভাত খায়। বাহিৰলৈ তাই ওলোৱা নাই। গাৱৰ মানুহৰ হতুৱাই সূতা কিনি

আনি বা কপাহ কিনি আনি কাপোৰ বয় আৰু সেই কাপোৰ মানুহৰ হতুৰাই অত তত বেচি কোনোমতে জীবিকা প্ৰবৰ্ত্তণ কৰে। কিন্তু হায় তাই আজি সূতা বা কপাহ কত পায় ? তাই যে কান্দি কান্দি কৈছে বোপাই মই এতিয়া কেনেকৈ জীবন প্ৰবৰ্ত্তন কৰো। এলেচা সূতা বা অলপ কপাহ নোপোৱা হলো, কোনোৱে আনি দিব নোৱাৰে এতিয়া মই শুকাইহে মৰিব লাগিব। এই স্বাধীন গবৰ্ণমেণ্টৰ আচনিত ওলোৱা পাৰমিটৰ গুণত ৰাইজক স্বাবলম্বন কৰা অবস্থা।

আকৌ চোৱা হালৰ গৰুহাল মৰি "বন্ধু" নিঠেঙীয়া হৈছে। হাতত টকা কৰি নাই। টকা পাবলৈ হয় নিজস্ব খেতি কৰা মাটি দুই হেলেচা ধনীৰ ওচৰৰত বন্ধক থৈ সি দাং কোৱাই ফুৰিব লাগিল নাইবা খেতি কৰিব নোৱাৰি শুকাই মৰিব লাগিল। গৱৰ্ণমেণ্টৰ কোনো দিহা নাই যে তাক সহায় কৰে।

সেই ৰামোৱে মিউনিচিপালটি টেক্স দিব নোৱাৰে। লৰা ছোৱালী শিক্ষাৰ খৰছ বহন কৰাটো দূৰৈৰ কথা ঘৈনীয়েকৰ বেমাৰৰ কাৰণে ডাক্তৰ কবিৰাজো আনিবলৈ তাৰ সম্বল নাই। মিউনিচিপালটিৰ টেক্সদাৰোগাই ধমক দি গৈয়ে ক্ষান্ত নহয়। ওৱাৰেণ্ট বাহিৰ কৰি তাৰ ভঙা ঘৰত মেতৰ সুমুৱাই দি ফুটা লোটা ঘটি ক্ৰোক কৰি নিয়ে। আনপিনে প্ৰতাপশালী লোক সকলৰ কিমান বছৰৰ মিউনিচিপালিটিৰ টেক্স বাকী সেইটোলৈ মিউনিচিপালটিৰ অধ্যক্ষ সকলৰ চকুৱে নাই। মুঠৰ ওপৰত এই গবৰ্ণমেণ্টো প্ৰভাবশালী, ধনী লোক সকলৰ সুবিধাৰ কাৰণেহে পতা হৈছে, দুখীয়া কাঙালীৰ একো সুবিধাত অহা নাই।

চক্ৰপানীয়ে গকুলৰ কথা শুনিয়ে আছিল। এযাৰো মাত মতা নাই। শেষত কলে সমস্যা বহুতো সমাধা কৰিব আছে সঁচা কিন্তু সেই বোৰ সমস্যা স্বাধীন হোৱাৰ পিচত হে সমাধা কৰিব লাগিব। যি গবৰ্ণমেণ্টে নিৰক্ষৰতা দুখ, দাৰিদ্ৰ্য মানুহৰ গুচাব নোৱাৰে সেই গবৰ্ণমেণ্ট ৰাইজৰ হেচাত তিষ্ঠিব নোৱাৰিব। নতুন গবৰ্ণমেণ্টে তাৰ ঠাই অধিকাৰ কৰিব। দুখী দৰিদ্ৰৰ বিপ্লৱৰ ধুমুহাত তেনে গবৰ্ণমেণ্ট চুৰমাৰ হৈ যাব। গকুল



সেই কাৰণে প্ৰথমে নিজৰ স্বাধীনতা অৰ্জ্জন কৰাত সকলো শক্তি ব্যৱহাৰ কৰা তাৰ পিচত সময় ঠাই বুজি সালসলনি হব। কিন্তু এতিয়া হিন্দুৰ বিৰুদ্ধে মুছলমানক, মুছলমানৰ বিৰুদ্ধে হিন্দু, ধনীৰ বিৰুদ্ধে দুখীয়া কাঙালী দুখীয়া কাঙালীৰ বিৰুদ্ধে ধনী চহকী, মাৰোৱাৰীৰ বিৰুদ্ধে অসমীয়া, অসমীয়াৰ বিৰুদ্ধে বঙালী ইত্যাদি কথাবোৰ উলিয়াই স্বাধীনতাৰ বাটত হেঙাৰ পাতিব নালাগে। সেই বোৰ সময়ৰ লগে লগে সকলো সলনি হৈ যাব।

( ৭ )

চিলাইৰ কলটো চলাই আটাই কেউজনে সদাই কেবাটাও চোলা চিলাই কৰি এখন দোকানত দিয়াৰ বন্দবস্ত কৰিছে। দোকানীয়ে ন ন কাপোৰ দি তাইহতৰ দ্বাৰা চোলা চিলাই কৰাই নিয়মিত ৰূপে সিহঁতক বানচ দিয়ে। লাহে লাহে এই ধৰণে তাইহতে অলপ টকা যোগাৰ কৰিব পাৰিলে; তাহাতৰ খোৱা লোৱা পঢ়াৰ খৰছো ওলাল। ৰহনে অত তত দুই এটা লৰা ছোৱালী পঢ়ুৱাৰো ব্যৱস্থা কৰি তাতো কিছু টকা পায়। যি নহওক মাহ চেৰেক নেযাওঁতেই তাইহতে স্বাবলম্বী হৈ খাই লৈ ফুৰিব পৰা হল। অলপ অলপ কৈ টকা ৰাহি কৰি এজনৰ লগত বন্দোবস্ত কৰি এখন বঙালী শাল আনিলে। এতিয়া আহৰি সময়ত দুজনে চিলাইৰ কল চলাই আৰু আন দুজনে বঙালী শাল বয়। সুন্দৰ সুন্দৰ পাতৰ মুগাৰ কাপোৰ আৰু বিচনা চাদৰ আদি বৈ বজাৰৰ দোকানত দিব ধৰিলে। সিদিনা ৰহন চক্ৰপানীৰ হতৰ ঘৰলৈ গৈ ইপিনে সিপিনে চাই সিহঁতৰ দুৱাৰ মুখত থিয় হৈ আছে। অলপ পিচতে ওপৰ খোটালিত চক্ৰ পানীক দেখি তাই হাউলীৰ ভিতৰলৈ সোমাই গৈ এজন লিগিৰাক লগ পাই কলে বোপাদেউতা আছেনে ? লিগিৰাজনে কলে "বহা আহিব।" বুলি ভিতৰ সোমাই গল। অলপ পিচতে চক্ৰপানীৰ

দেউতাক ওলাই আহি চ'ৰা ঘৰত এজনী ছোৱালী বহি থকা দেখি সুধিলে কিলাগে ?

বোপা দেউতাক !

বোপা দেউতাক ? কি কাৰণে ? কত থাক ?

আমি উজান বজাৰত থাকো।

কাৰ ছোৱালী ?

ৰঘুনাথ শৰ্ম্মাৰ !

ৰঘুনাথ শৰ্ম্মা ! ঐ সেই যে কাছাৰীত কাম কৰিছিল। তেওঁ আৰু তেওঁৰ পৰিবাৰ মৰিছে নহয়।

হয়।

তইঁতে কেনেকৈ চলিছ ?

ঈশ্বৰে একৰকম চলাইছে।

শুনিছোঁ হেনো তইঁত বৰ দুষ্ট হৈছ ? বাপেৰ মাৰৰ নাম বুৰাব ওলাইছ ?

ৰহনে অলপ থমকি বৈ দক্ষ বৰুৱাৰ পিনে ৰ লাগি চাই ৰল। তাইৰ মনৰ ভাব তেতিয়া কেনে সহজে বুজিব পাৰি।

দক্ষ বৰুৱাই কৈয়ে গল "বাপেৰ মাৰ নহল বুলি যে সাঙুৰ নোহোৱা গৰু হব লাগে সেইটো নহয়।

আপুনি আমাৰ কথা কত শুনিলে ?

বহুতৰ মুখত শুনিছোঁ। কিন্তু এইবোৰ বৰ বেয়া কথা। তহতে হেনো মতা চাওদাও হৈ বজাৰে ঘাটে ফুৰ ? কতই কত কথা কয়।

ৰহনে কলে "কাৰ মুখত সোপা দিব পাৰি ?" কিন্তু সিটো হি নহওক আপুনি কি ভাবে ?

মই তো তইঁতক চাব যোৱা নাই যে মই তইঁতৰ বিষয়ে কিবা ভাবিম বা কম।

আপুনি আমাৰ দুৰাবস্থা চাবলৈ যোৱা নাই। কিন্তু আমাৰ দুৰাবস্থা আৰু অসহায় অৱস্থাৰ সুবিধা লৈ নানা মুনিয়ে নানা উপনিষদৰ



সৃষ্টি কৰিছে সেইবোৰ আপুনি বেদ বাক্য বুলি আমাৰ ওপৰত মন্তব্য কৰিছে।

দহজনে বেয়া বুলিলে বেয়া।

দহ জন কেনে ধৰণৰ লোক সেইটো জানো আপোনালোকে বিচাৰ কৰে ? আপোনালোক দেশৰ নেতা কিন্তু দেশৰ লোক সকল কি পথে চলিছে জানো সেই বোৰৰ গম লয়। দহ জনক জানো আপোনালোকৰ দৰে গুণী, জ্ঞানী কৰিব পাৰিছে। সেই সকলে যে মানুহক সহায় কৰক ছাৰি বিপদত পৰা দেখিলে আৰু হাজাৰ ৰকমে বিপদ হে বঢ়ায়। সেই বিলাকে যে কেৱল বেয়াটোহে বিচাৰি থাকে মানুহৰ ভালটো নেদেখে।

বাৰু যি নহওক তইঁতক কিবা লাগিলে বৰং আমাৰ আয়েৰৰ কাষলৈ আহি নিবি, বেয়া পথলৈ নাযাবি।

আপোনাৰ দুখীয়ালৈ সহানুভূতি অসীম। কিন্তু আমাৰ দৰে প্ৰাণী আজি দেশত কত আছে। সেই আটাইবোৰক আপুনি কেনেকৈ সহায় কৰিব ? দেশৰ দুখী-কাঙালীক এনে ভাবে দয়া কৰি সিহঁতৰ স্বাবলম্বন অৱস্থাৰ পৰা আঁতৰ কৰি অনাতকৈ সিহঁতক বিপদৰ লগত অৰিয়া অৰি কৰি স্বাবলম্বী হবলৈ দিয়াহে যুগুত।

সেইবুলি বেয়া পথ লৈ স্বাবলম্বী হবি নে ? তেনেবোৰ নকৰিবি। চৰিত্ৰ সকলোতকৈ ডাঙৰ বস্তু।

ৰহণে এইবাৰ সহ্য কৰিব নোৱাৰিলে। কিয়নো মানুহৰ চৰিত্ৰৰ ওপৰত দোষাৰোপ কৰিলে মানুহ সততে চঞ্চল হয়। ৰহণে কলে "আপোনালোকৰ নেতৃত্ব কেৱল ওপৰে ওপৰে, গভীৰ তলত বুৰ মাৰি সমাজ, দেশ, মানুহৰ প্ৰকৃতি বুজিব নোৱাৰে। কিন্তু আমি বিপদৰ আথাউনি পানীত পৰি, বিপদৰ লগত যুজি বুজিব পাৰিছোঁ। সমাজত কি লাগে, দেশ কোন পিনে যাব লাগে। মানুহৰ চৰিত্ৰ কত প্ৰকাৰ ! আপুনি নেতৃত্বৰ ৰাংপতাৰ জিলিমিলিত বিলাসিতাৰ ৰমক জমকত, ভাটৌৰ দৰে আওৰোৱা স্বাধীনতাৰ বচন-ভঙ্গীত ধৰিব পৰা নাই দেশৰ

আচল অৱস্থা ; দুখী-কাঙালীৰ দুখ দাৰিদ্র্য, কেলেঙ্কাৰী অপযশ, সমাজৰ স্বেচ্ছাচাৰী প্ৰভুত্ব, প্ৰবলৰ ওচৰত ভিজা মেকুৰী আকৌ দূৰ্ব্বলীৰ ওপৰত বাম টাঙোন ধৰা অৱস্থা। যি নহওক আপুনি মোৰ পূজনীয়, মই আৰু একো নকওঁ। মোৰ দোষ ক্ষমা কৰিব। কিন্তু এইটো সঠিককৈ জানিব আমি বিপদত পৰি শত কেলেঙ্কাৰী বোজা মূৰত লৈও আজিলৈকে পৰমেশ্বৰৰ সহায়ত লক্ষ্য ভ্ৰষ্ট হোৱা নাই। কব নোৱাৰোঁ ভৱিষ্যত আন্ধাৰত কি আছে ? কব নোৱাৰো অত্যাচাৰী সমাজৰ বৰ্ব্বৰতা ডেৱাই যাবলৈ, বিপদ দাৰিদ্ৰ্যৰ কৰাল গ্ৰাসৰ পৰা সাৰিবলৈ পৰমেশ্বৰে আমাক সহায় কৰেনে নকৰে। আমি বুজিছো আমাৰ গাৰ লোমেই শত্ৰু ! বিশেষকৈ এই বৰ্ব্বৰ সমাজৰ মাজত, এই পাশবিক জলবায়ুৰ সংস্পৰ্শত, তিৰোতাৰ ওপৰত যুগ-যুগান্তৰে কৰি অহা পুৰুষৰ অবিবেচনাৰ চাকনৈয়াৰ মাজত।

এই কৈয়ে বহণে ঘপহ কৰে উঠি প্ৰণাম কৰি বাহিৰলৈ ওলাল। দক্ষ বৰুৱাই বহণৰ কথা শুনিয়ে স্পন্দনহীন মূৰ্ত্তিৰ দৰে থৰ হৈ থাকি ভাবিব ধৰিলে সমুখত এইজনা বিপদত আতুৰা, নিসহায়া ছোৱালী নে অতীতৰ বুৰঞ্জীত পোৱা তেজস্বীপূৰ্ণ বীৰ ছোৱালী। তেওঁ আৰু গভীৰ হৈ ভাবিব ধৰিলে, এনে তেজস্বী ছোৱালীৰ বিৰুদ্ধে মানুহে কত কথা, কত অপযশ গায়। কিন্তু তাইৰ আঁতৰাৰ লগে লগে তেওঁৰ মন আকৌ সাধাৰণ সমাজৰ শাৰীলৈ নামি আহিল। তেওঁ ভাবিলে, ছোৱালী বৰ মুখৰা, অ'ত ত'ত ঘূৰি ফুৰি সাত ঘাটৰ চেঙেলী হৈছে। কথাত লালবান্ধ নোহোৱা হৈছে। নানা তৰহৰ মানুহৰ সঙ্গত থাকি তিৰোতাৰ সজ গুণবোৰ পাহৰিছে। কি হব অভাৱত স্বভাৱ নষ্ট !

( ৮ )

বহণ বাহিৰলৈ আহি আনিৰ মোৰ ঘূৰিব ধৰিছে এনেতে পিচ পিনৰ পৰা মাত দিলে "বহণ",



বহণে ঘূৰি চাই দেখিলে এখন মটৰত চক্ৰপানী। মটৰে তাইৰ কাষ পোৱাত মটৰখন ৰল আৰু চক্ৰপানীয়ে মটৰৰ পৰা নামি কলে আমাৰ ঘৰলৈ গৈছিলি ?

গৈছিলোঁ ! কিন্তু ওলাই নহাৰ কাৰণে গুচি আহিলোঁ। ডাঙৰ মানুহৰ ঘৰত বৈ থকা, কথা কোৱা, লগ ধৰা ইওবোৰ একোটা সমস্যা !

নাই আহিছিলোঁ ! পিচে তই দেউতাৰ লগত বহুতো তৰ্ক কৰি থকা দেখি তাত নোলালোঁ। তৰ্ক ভালেই হৈছিল।

ভাল বেয়া কি ? আমি সকলো ৰকমে বেয়া এয়ে তেওঁৰ ধাৰণা।

সেইটো হবই। কিয় নাজান ধনীয়ে পিতল পিন্ধিলে সোণ আৰু দুখীয়াই সোণ পিন্ধিলেও পিতল। বাৰু তই মোক কিয় বিচাৰিছিলি ? আৰু কিবা লাগে ?

নাই একো নালাগে। মই সেই চিলাই কলটোৰ দাম ওভতাই দিবলৈ আহিছিলোঁ।

টকা আনিছিলি ?

এৰা, ধৰক, বুলি তিনিশ টকাৰ নোট তেওঁৰ হাতত দিলে।

চক্ৰপানী আচৰিত হল ? ইমান কম দিনতে কেনেকৈ ইমান টকা যোগাৰ কৰিলে ? অলপ পিচতে তাৰ হৃদয় জঁয় পৰি আহিল। তাৰ ভাব হল নিশ্চয় বহণহঁতে গোপনে বেয়া ব্যৱসায়ত ধৰিছে। সেয়ে ইমান সোনকালে সিহঁতে টকা ওভোতাই দিব পাৰিলে। তাৰ মনত ভয়ঙ্কৰ ঘৃণা হল ! সি আগ গুৰি নাভাবি ততালিকে কলে।

বহণ মুখত এটা, পেটত এটা হলে গোটেই জগত জয় কৰিব নোৱাৰি ! বাৰু মই যাওঁ। এই টকা মোক নালাগে। মই দিছিলো সজ পথৰ অনুসন্ধান পাবলৈ ; কিন্তু অসজ আচৰণৰ চিত্ৰ যে তাত ফুটি উঠিব মই ভবা নাছিলো। আহিলোঁ বুলিয়েই মটৰত ততালিকে উঠি সি গুচি গল। বহণৰ হাতৰ টকা হাততে ৰল।

অলপ পিচত বহণে খোজ ললোঁ। তাইৰ মনত ভাব হল টকা ওভতাই দিয়াত তাইৰ কি অসজ আচৰণ হল ! এদিন তাই ওভতাই

দিম বুলিয়েই নিছিল। তেন্তে কি বাটত দিয়াই শিষ্টাচাৰৰ বাহিৰ হল? কিন্তু তাই এবাৰো নাভাবিলে যে চক্ৰপানীয়ে চৰিত্ৰতো সন্দেহ কৰিছে। তাইৰ মনত পৰিল চক্ৰপানীৰ কথা 'মুখত এটা পেটত এটা হলে জগত জয় কৰিব নোৱাৰি'। এই কথা কিয় কলে? ইয়াৰ অৰ্থ কি? তাইতো কোনো কথা পেটত ৰাখি তেওঁলোকৰ ওচৰ চপা নাছিল। যি নহওক তেওঁৰ দেউতাকৰ লগত হোৱা কথা আৰু চক্ৰপানীৰ বৰ্ত্তমান উক্তিয়ে বহণৰ মনত এটা ভূমিকম্প তুলিছিল। তাই ভাবিছিল টকা আৰৌ দিবলৈ যাব নে নাযায়, ভবিষ্যতে তেওঁক-আৰু লগ ধৰিব নে নধৰে!

( ৯ )

হেমেনীয়ে আগতে কোৱাৰ দৰে গীত বাদ্য সকলোতে উৎকৰ্ষ লভিবলৈ চেষ্টা কৰিছে। লগে লগে বহণহঁতৰ কামতো সহায় কৰি যিমানে পাৰে খোৱা লোৱাৰ সম্বল গোটাইছে। কিন্তু অসমত গীত বাদ্যত ব্যস্ত থকাটো ছোৱালীৰ কাম নহয় বুলিয়ে বহুতৰ ধাৰণা। তদুপৰিও গীত বাদ্যই কোনো টকা-পইছা নিদিয়ে। ছোৱালীৰ কথা নকওঁৱেই; লৰাও গীত বাদ্যত ব্যস্ত থাকিলে 'কৰিলে আমাৰ লৰাই তৰালে, পঢ়া শুনা এৰি কেৱল গান বাদ্যত হে মগ্ন।' অৱশ্যে যি সকলে গান বাদ্য সমূলি নাজানে সেই লৰা বিলাকে ফেল কৰিলে বা পাচ কৰিও শেহত দেৰ কুৰি বা দুকুৰি টকাত কামত ভৰ্ত্তি হব লাগিলে বা কোকৰি-মোকৰি বি এ বি এল্ টো হৈ কোনোমতে ভৰণ-পোষণ চলা উকীল হলেও যে নিজৰ সমাজৰ বা দেশৰ যে বিশেষ কিবা উপকাৰ হয় সেইটো সিদ্ধান্ত কৰিব নোৱাৰি। কিন্তু যি লৰাই গীত-বাদ্য কৰি হঠাৎ ফেল হয় তেন্তে সকলো দায় জগৰ পৰে বাদ্যত! ছোৱালীৰ পক্ষেতো এইটো মহাপাপেই। কিয়নো গীত গোৱা, নাচনী হোৱা ছোৱালী সমাজৰ চকুত হেয়। সমুখত



নকলেও পিচত তেওঁলোকৰ নানা তৰহৰ কথা যে কব বা অপযশ গাব তাত সন্দেহ নাই। কিয়নো পিচত কোৱাটোৱে অসমীয়া লোকৰ এটা জন্মগত স্বভাৱ। এই স্বভাৱৰ পৰা শতকৰা দুই এজন হে বাদ পৰে। কিন্তু হেমেনীৰ সম্বন্ধে আৰু ডাঙৰ কথা। কিয়নো তাই দুখীয়া, বাপেক মাক নোহোৱা গাভৰু ছোৱালী। দৰিয়লী নোহোৱা গৰু! তথাপি তাই সমাজৰ উপলুঙা ইতিকিঙলৈ মন নকৰি যেতিয়াই সুবিধা পায়, যেতিয়াই কোনো নতুন ওস্তাদ অহা গম পায়, কাৰো হতুৱাই ঘৰলৈ মাতি আনি বা ভাল নামজ্বলা ওস্তাদ আদি আহিলে লগত আন ছোৱালী লৈ তেওঁৰ পৰা বিদ্যা শিক্ষা কৰে। পৰৰ দোষ দেখা লোকি সকলে তাতো তাইৰ দোষ বা নানা তৰহৰ কুকথা কোৱাৰ সুবিধা পায়। সুন্দৰ শিল্প কলাৰ ঠাইত কদৰ্য্যতা দেখা পোৱা সমাজৰ স্বভাৱ হলে উপায় কি? যি নহওক সমাজ যে যথাৰ্থ সমাজ হবলৈ আৰু বহু আগুৱাব লাগিব তাত সন্দেহ নাই। তিৰোতা জাতিৰ ওপৰত কৰা অবিচাৰে সমাজৰ কেতিয়া চকু মুকলি কৰিব কোনে জানে? "তিৰোতা পানীৰ লাক, চুলেই ভাঙি যায়" এই ভাবটোৱে সকলো ক্ষেত্ৰতে কি ৰাজ-নীতি, সাহিত্য-শিল্প-কলা ব্যৱসায় সকলোতে পিচুৱাই ৰাখিছে; এই জ্ঞান কেতিয়া হব!

চা হেমেনী, গীত বাদ্যত পাৰ্গত হলাই কিন্তু সেইবোৰে কি কৰিবা? তোমাৰ উচ্ছৃঙ্খল স্বভাৱৰ কাৰণে সমাজে দোষাৰোপ কৰে, সমাজৰ ডেকা লৰা বিলাকে ইতিকিং কৰে; কোনোৱে বিয়াৰ কথা কলে নাক কোচায় তেন্তে ভবিষ্যতত তোমাৰ কি অৱস্থা হব?

আন দুখী-কাঙালীৰ ছোৱালীৰ যি অৱস্থা হৈছে!

তাৰ মানে?

বুজি পোৱা নাই? দুখী-কাঙালীৰ ছোৱালী সকলো গুণেৰে পৰিপূৰ্ণ হলেও বা শিক্ষিতা হলেও যি কাৰণে বাপেক-মাক দুখীয়া বা অশিক্ষিত গতিকে সেই ঘৰত বিয়া-বাৰু কৰা শিক্ষিত লৰাৰ পক্ষে অপমানজনক। তেওঁলোকে ছোৱালীলৈ বিশেষ চকু দিয়াতকৈ কইনা

ঘৰৰ ঘৰ-দুৱাৰ, মটৰ, বাপেক-মাকৰ লাহ-বিলাহ খোৱা-লোৱা অবস্থালৈকেহে বেচি চকু দিয়ে। গতিকে দুখী-কাঙালীৰ ছোৱালীবোৰ হয় অশিক্ষিত নাইবা চহা হোজা খেতিয়কক বা সৰু ব্যৱসায়ী সকলক গটোৱাৰ বাহিৰে আন উপায় নাই, নহলে গোটেই জীৱন আবিয়ৈ ৰাখিব লাগিব।

হেমেনীৰ কথা শুনি মদনে কলে তথাপিতো সিহঁতৰ বিয়া হয়।

বিয়া হোৱাটোৱে ডাঙৰ কথা বুলি ভাবিলে নহয়। কিন্তু তেনে বিয়াৰ দ্বাৰা সমাজৰ, দেশৰ নাইবা নিজৰ কিবা উপকাৰ হলনে সেইটোহে ভবা যুগুত। "বিয়াৰ কাৰণে বিয়া" সেইটো এটা যুগযুগান্তৰে চলি অহা কুসংস্কাৰ। অৱশ্যে অতীতত এই বিয়াৰ লগত মানুহৰ আবেগ, ভালপোৱা, নতুন শক্তি পোৱা, নতুন শক্তিৰে কাম কৰি পৰিয়াল বা সমাজৰ ভাল কৰা এনেবোৰ কাম হৈছিল কিন্তু আজিৰ বিয়াৰ ফল হৈছে একালে পুৰুষে সকলো পাহৰি, আদৰ্শ ত্যাগ কৰি কেৱল তিৰোতাৰ মনযোগোৱা, অলঙ্কাৰ আদি গঢ়া, বিলাস-মন্দিৰ সজোৱা ভাবৰ কেন্দ্ৰতে মুগ্ধ থাকে। আন পিনে তিৰোতাই নিজৰে সকলো আদৰ্শ পাহৰি নিজৰ বিবেক পাহৰি আন এটা কাৰাগাৰতে বাস কৰে। সেই কাৰাগাৰ অন্ধকুপৰ দৰে কি ভীষণ! তাৰ উপৰিও যদি ছোৱালীৰ লগত শাহুৱেক-শহুৰেক বা পুৰুষৰ লগত নিমিলিল তেন্তে সেই এখন কেনে মাছ ভজা খোলাৰ সৃষ্টি হয় তাক সকলোৱে জানে।

হেমেনী, কব নোৱাৰো তোমাৰ নতুন ভাবৰ শেষ কত? কিন্তু সমাজৰ মনত এইবোৰ কেৱল উচ্ছৃঙ্খলতাৰ নিদ্ৰৰ্শন, অসজ আদৰ্শৰ চানেকী, কেলেঙ্কাৰী আৰু অপৰাদৰ সৃষ্টিৰ উপকৰণ! ধৰা মতা তিৰোতাৰ লগত নিমিলিল বা ভাল পোৱাৰ গুটি নগজিলেই যদি বিয়া বাৰু নোহোৱা হয় তেন্তে দেশত আন এটা সমস্যাৰ উদ্ভৱ কৰিব। তদুপৰিও মতা-তিৰোতাৰ মাজত সকলো আদৰ্শ, ভাব, আচৰণ যে সকলো প্ৰকাৰে মিলিব সেইটো ভবাও এটা অসম্ভৱ কথা



ভবা। সেই কাৰণে যি সমাজ বা দেশবোৰে তেনে আদৰ্শত বিয়া প্ৰচলন কৰিছে সেই বোৰত "Divorce" অৰ্থাৎ মতা তিৰোতা বেলেগ হোৱা প্ৰথাৰ বেচিভাগে প্ৰচলন হৈ সংখ্যা নিতে চৰিব ধৰিছে। জগতৰ প্ৰত্যেক বস্তুৰে হীন-ডেঢ়ী হিচাবে পাৰ্থক্য আছে। গতিকে দুটা বস্তুৰ সকলো পাৰ্থক্য নোহোৱা হৈ এটা মিলনত পৰিণত হোৱাতো বৰ ডাঙৰ কথা।

সেই কাৰণে "এবাধৰা" দুইটাৰে আৱশ্যক। কিন্তু তেনে এৰা ধৰাৰ আগেয়ে দুইজনৰে বহুত কথাত মিল থাকিব লাগিব। তেহে মিলনৰ সূতী বোঁৱতী হয়। নহলে বহুতো পাৰ্থক্য বা অমিল মিল হলে অসমান বা একেবাৰে অসামঞ্জস্য দুটা বস্তুৰ যোগ হলে সময়ৰ লগে লগে সেইবোৰ পাৰ্থক্য বেচিকৈ ফুটি উঠি এখন মাছ-ভজা খোলাৰ সৃষ্টি হৈ অশান্তিৰ আকৰ হয়। যাওক সেইবোৰ কথা কৈ লাভ কি? মোক তো সমাজে অতি হীন চকুৰে চায়। মোৰ তো ভবিষ্যত এক প্ৰকাৰ সকলোৱে ঠিক কৰি আঁকিয়ে থৈছে। গতিকে মোৰ এতিয়া কৰ্ত্তব্য কেৱল নিজৰ বাহুৰে সাতুৰি আগবাঢ়া। হয় সেই সাতোৰত ভাগৰি হেলাই-হেফাই সমাজৰ সকলো কেলেঙ্কাৰীৰ ভাৰ মূৰত লৈ পানীৰ তলত ককবকাই মৰিম নাইবা উজাই গৈ নিজৰ আদৰ্শ স্থানত উঠি মনোৰম দৃশ্যত পৰিণত হম। সেই দৃশ্য চাবলৈ সমাজ ৰ লাগি বৰ, আনকি দূৰবীণ আদি যন্ত্ৰৰ সহায়েৰেও চাব খুজিব। কিন্তু নাজানো ভবিষ্যত কি সাচেৰে গঢ়ী।

মদনে কলে আদৰ্শ আৰু বাস্তৱ দুটা বিভিন্ন বস্তু!

এৰা দুইটাৰ সামঞ্জস্য কৰাটোৱে মানুহৰ লক্ষ্য। সৌৱা বলা আমাৰ অধ্যাপক আহিলেই। বলা এতিয়া বাস্তৱতাতে লাগি কেতিয়াবা শিহুৰ দৰে আদৰ্শৰ ভুমুকি চাম। কি কোৱা? বাস্তৱতাৰ দুখ-দৈন্য হাহাকাৰ, আকাল-অনাটনৰ ভূমিকম্পই আদৰ্শৰ সকলো উচ্চ চূৰা চুৰমাৰ কৰিব ধৰিছে। এই ভূমিকম্পত আগেয়ে তিষ্ঠিব পাৰিলেহে পৰা।

মদনে কলে এৰা "ফিলচফি" পঢ়ি কেতিয়াবা কেতিয়াবা ভাবো এই বিলাক দাৰ্শনিক তথ্যৰ আৱশ্যক কি? যেতিয়া আমাৰ সমূখত দেখো খৰি নাই, ভাতৰ উধানৰ তলত ফুৱাঁই ফুৱাই ভাগৰি পৰিছো, যেতিয়া দেখো চাউল নাই ভাতৰ টৌ মলিন হৈ আছে, যেতিয়া দেখো কাপোৰৰ কানিৰ অভাৱত জাৰতে কপি মৰিব ধৰিছোঁ।

আকৌ আনপিনে জানো দেখা নাই, "কেৱে মটৰত ঘূৰি, আজি চিমলা, কাইলৈ দাৰ্জ্জিলিঙলৈ গৈ, কেৱে সাগৰত জাহাজ—ভ্ৰমণ কৰি লগে লগে টকাৰ অধিকাৰী হৈ, হাজাৰ ৰকমে সুখ উপভোগ কৰি নিজৰ ইচ্ছামতে সুখ, আমোদ-প্ৰমোদ লাভ কৰি জগতখনত যেন তেওঁলোকৰ বাহিৰে আন কাৰো স্বত্ব নাই এনে ভাব লৈ আগ বাঢ়িব ধৰিছে। গতিকে আমাৰ নাই বুলিয়ে তেওঁলোকৰ সুখত সুখী যকাটোৱে জানো কৰ্ত্তব্য নহয়?

মদনে কলে নিশ্চয় নহয়। জগতত ইয়াৰ এটা সংজ্ঘৰ্ষ অনিবাৰ্য্য। যি সজ্ঘৰ্ষই এনে ডেৱাব নোৱাৰা পাৰ্থক্যবোৰ গুছাই এটা সাম্য ভাৱৰ সৃষ্টি কৰিব। কেৱল সেইবোৰৰ নহয়, পুৰুষ তিৰোতাৰ মাজতো পাৰ্থক্যৰ হেঙাৰ ভাঙি এটা সমিলমিল ভাবৰ সৃষ্টি কৰি বাস্তৱ জগত, আদৰ্শ জগতৰ মিল আনিব।

হেমেনীয়ে কলে, পুৰুষে কাহানি তিৰোতাৰ ওপৰত কৰা অবিচাৰৰ কথা ভাবিব? ধনীয়ে কাহানি দুখীয়াৰ আচল অৱস্থা বুজি এটা নতুন ভাবৰ উদগনিত জগত নতুন ধৰণেৰে বোলাব চাব? মদন, তুমি মতা লৰা; একেলগে মোৰ লগত পঢ়িছা! কিন্তু তোমাৰ অবাধ গতি, মোৰ প্ৰতি পদে পদে বাধা-বিঘিনি! আনকি, এই খিনি পৰ তোমাৰ লগত ইয়াতে বহি যে কথা কৈছোঁ, যদি কোনোৱে দেখিছে তেন্তে কিজানি কত তৰহৰ কথা ভাবিছে বা কৈ আনন্দ পাইছে। নহয় জানো? কিন্তু দুজন মতা লৰাই এনে ভাবে কথা কৈ থাকিলে কেৱে একো নাভাবে বা নকয়! বলা অধ্যাপক পালেহি।

( ১০ )

বাঃ দেখিছ মদনে কিন্তু হাত কৰিলে।

থোৱা থোৱা। সেই জনীক হাত কৰাৰ কথাও কোৱা। কেটামান টকা হলেই হল।

কেৱল সেয়ে নহয় এতিয়াই যদি কোৱা বোলো লক্ষ্ণৌৰ এজন ওস্তাদ আহি অমুক ঠাইত আছে তেন্তে ততালিকে লৰ দিব। তাৰ পিচত কি হয় নাজানা নে?

সেইবোৰ কথা শুনিছোঁ। কিন্তু কেতিয়াবা কেতিয়াবা আকৌ বেলেগ ধৰণৰ ভাব হয়। কেতিয়াবা তুমি তাইৰ লগত বেয়া কথা কৈ পাইছানে? অলপ বেয়া কথাৰ পাতনি দেখিলেই তাই অইন কথাৰ লানি লয়। কথাবোৰত তীক্ষ্ণতা, কঠোৰতা অনুভব কৰিব পাৰি।

থোৱা থোৱা সেইবোৰ বাহ্যিক। আচলতে সেই গোপালক সুধিবা কি হৈছিল? আকৌ মোহনক সুধিবা! নহলে ধৰ্ম্মেশ্বৰক সুধিবা সেই ওস্তাদৰ লগত কি হল। সি সকলো সম্ভেদ পায়। আকৌ শুনা নাই এতিয়া হেনো লক্ষ্ণৌলৈ যায়। কথাটো ক'ৰ পৰা ক'লৈ গৈছে বুজিছা?

লৰা কেইজনে কথা কৈ থাকোতে মদন আৰু হেমেনীয়ে কাষেৰে গল। এজনে মাত লগালে "মদন।"

আন জনে মাত লগালে ভাই "ফিলচফি" শেষ কৰিহে এৰিবা। আন এটাই কলে কালিদাস খনৰ ভীল জ্ঞান থাকিলে বহুতো সহায় হলহেতেন।

ৰবা! ৰবা, একেবাৰে ললিত সুৰত আৰম্ভ কৰা কেনেকৈ 'সা ৰে গা মা আওবোৱা।

মদন আৰু হেমেনীয়ে একো নামাতি পঢ়া কুঠৰীত সোমাল। ভিতৰৰ পৰা শুনিলে ওমাৰ খৈয়ামৰ

"কে কৰেছে সুৰা সৃষ্টি
তৰল গৰল।
কে কৰেছে নাৰী মূৰ্ত্তি
ৰূপেৰ অনল।"

আকৌ কৈছে— "মৰুভূমিৰ মধ্যে গিয়ে
মস্ত যদি সহৰ গড়ো
একটি হৃদয় আমোদ কৰা
তাৰ চাইতে অনেক বড়।"

এই সুৰৰ কথা হেমেনীৰ কাণত পৰিছে। কিন্তু হেমেনীয়ে তাইৰ নিজৰ কথা নাভাবি. ওমাৰ খৈয়ামক যে এই লৰা সকলে। ইমান তললৈ টানি আনি সিহঁতৰ ইচ্ছামতে খেলা কৰিছে সেইটো ভাবিয়ে তাইৰ মনত ঘৃণা বিৰিঙি উঠিছে। তাই ভাবিছে যেন লৰাৰ মাজত গুৰু গম্ভীৰ ভাবে ওমৰৰ ভাষাতে কয়—

হে মানব স্বৰ্গ হতে এ ৰহস্য হয়েছে প্ৰকাশ
সাৰা সৃষ্টি তোমাতেই একাধাৰে পেয়েছে বিকাশ,
দেবতা মানুষ তুমি, তুমি পশু, তুমিই মানব
তুমি সাধু স্বৰ্গদূত, পাপী তুমি, তুমিই দানৱ।
তোমাৰি তুলনা তুমি, তোমাতেই সবাৰ সম্ভৱ
তোমাৰি মাঝাৰে হেৰি অপৰূপ তোমাৰ উদ্ভৱ।"

কিন্তু তাই সিহঁতৰ ইতিকিং উপলুঙালৈ আৰু কাণ নিদি নিজৰ কৰ্ত্তব্যত লাগিল। কিয়নো এনে ভাবে সহ্য কৰাটো তাইৰ স্বভাবেই হৈ পৰিছিল। বিশেষতঃ তাইৰ অৱস্থাত যে বৰ্ত্তমান সমাজে নানা কথা ৰচিব বা গাব তাত একো আচৰিত হ'বলগীয়া নহয়। বৰং এইটোহে আচৰিত যে তাইক কোনোৱে ভাল বুলি ভাবে! মদন তাইৰ সহপাঠী! বহুত কথাত সিহঁতৰ পাৰ্থক্য জল জল পট পট। কিন্তু এটা কথাত দুয়োৰো মিল আছিল যে নাৰীৰ মূল্য জগতে এতিয়াও সঠিক ভাবে নিৰ্দ্ধাৰণ কৰিব পৰা নাই।

( ১১ )

মোহনে ইহঁতৰ বাপেক মৰাৰ পিচৰ পৰা কাহানিও ইহঁতৰ ঘৰলৈ যোৱা নাই বা খবৰ বাতৰিও লোৱা নাই। সি তাৰ প্ৰতিজ্ঞা প্ৰায় ৰাখিছে। কিন্তু এনে প্ৰতিজ্ঞা ৰখা সহজ। আনফালে কত প্ৰতিজ্ঞা সি নিতে উলাই কৰিছে তাৰ লেখ জোখ নাই। যি নহওক সিহঁতক সহায় কৰা, সিহঁতৰ দুখত দুখী হোৱা, সমাজৰ নানা কথা শুনা আৰু সহি থকাৰ দায়িত্বৰ পৰা সি সাৰিছে। অৱশ্যে সি সিহঁতৰ আন ৰকমে অন্যায় কৰি যাতে তাইহঁতে তাৰ ওচৰত সেও মানিব লগীয় হয় সেইটোৰ নানা উপায়ে বিচাৰিছে। ৰহণহঁতৰ বাপেক মৰাৰ দুদিন আগতে কৈছিল যিহেতু ৰহণে মোহনক বিয়া কৰাব ইচ্ছা নকৰে গতিকে এই বিয়া হ'ব নোৱাৰে। মোহনে প্ৰতিবাদ কৰিছিল ছোৱালীৰ কথাই কথা নে?

"এবা অইনে যি ভাবে ভাবক, মই ছোৱালীৰ অমান্তিত আনক বিয়া দিয়া কথা ভাবিব নোৱাৰোঁ।"

এই কথা মৰিবৰ দুদিন আগেয়ে কৈছিল। অৱশ্যে তেতিয়া তাই-হঁতৰ দেউতাকে ভৱা নাছিল যে সি দুদিন পিচত মৰিব। কিজানি সেই কথা জনা হলে ইহঁতক নিঠৰুৱা নিসহায় অৱস্থাত এৰি যোৱাতকৈ এটা দিহা কৰি যোৱা ভাল মনত কৰিলেহেতেন। যি নহওক মৰাৰ পিচত মোহনে আকৌ বিয়াৰ কথা উল্লেখ কৰাত ৰহণৰ মুখত একে কথাৰ পাতনি দেখি মোহনে সিদিনাৰ পৰা সিহঁতৰ ঘৰমুৱা হোৱা নাই। কিন্তু মানুহৰ অহঙ্কাৰ দম্ভত সুঁবুজে যে তেওঁলোক কেৱল খুওৱা-ধুওৱাৰ গৰাকী নহয়। মানুহৰ খোৱা-লোৱাৰ দিহা এটা নেদেখা শক্তিয়ে কৰে এই কথা মহান টলষ্টয় আদি ভাবুক লিখক সকলেও কৈ গৈছে। যদি সেয়ে আচল কথা হয় তেন্তে আজি খোৱা-লোৱাৰ কাৰণে চৌদিশে হাহাকায় হৰিধ্বনি কিয় হব ধৰিছে? নাইবা এই খোৱা লোৱাৰ সুচাৰু

দিহাৰ কাৰণে নতুন গবৰ্ণমেণ্ট, নতুন পন্থা, নতুন আচাৰ-নীতিৰ আৱশ্যক মানুহে কিয় বোধ কৰিছে ? গতিকে সেই কথাষাৰ কোনো কোনো ক্ষেত্ৰত সঁচা যেন লাগিলেও আচলতে ইয়াৰ কেৰোণ আছে। মানুহে মানুহৰ শক্তিত ভৰ দি থিয় হব লাগিব। যদি তেতিয়াও পৰি যাঁয় তেন্তে কাঠৰ হেদালি দুই কাষে বান্ধিব লাগে। ঠিক তেনেভাবে যেতিয়া নিজৰ পক্ষে অসম্ভৱ বুলি ভাবে তেতিয়া এটা নেদেখা শক্তিত আলম লৈ সুখ-শান্তি লাভ কৰে! অৱশ্যে তেনে সুখ শান্তিও মানুহৰ পক্ষে কেতিয়াবা কেতিয়াবা সুবিধাজনক হয় সঁচা বা খন্তেকীয়া নিৰাশাত বল দিয়ে কিন্তু আচলতে এই কথাষাৰৰ সত্যতা বৰ ৰহস্যজনক। মুঠতে মানুহে প্ৰত্যেক ক্ষেত্ৰতে নিজৰ ভৰি, নিজৰ বাহুবলৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিব। সেইদৰে সমাজ, দেশ সকলোৱে স্বাবলম্বী হবলৈ চেষ্টা কৰিব লাগিব। অৱশ্যে প্ৰত্যেক দেশ, প্ৰত্যেক সমাজে আন দেশ বা সমাজৰ লগত সকলো ভাবে সম্বন্ধ ৰাখি চলিব লাগিব। যাওক সেই কথা এৰি মুঠতে মোহনে যি ভাবিছিল সেইটোৰ ওলোটা হল। মোহনে ভাবিছিল দিন চেৰেকৰ পিচতে সিহঁতে নানা আহুকাল বিপদ আৰু অনাটনত আকুল হৈ তাক বিচাৰিব আৰু তাৰ প্ৰস্তাৱত মান্তি হব। কিন্তু সেই কথা নফলিল। অৱশ্যে সি নানা তৰহৰ অপবাদ, নানা গলাগপা শুনিছে। আনকি সেইবোৰত হয়ভৰ দি আকৌ নানা কথা জোৰাফন্দা দি ঢৌটোকে ৰৌ কৰিছে। কিন্তু তাৰ দ্বাৰা তাৰ একো লাভ হোৱা নাই। সি মাজে সময়ে দূৰৈৰ পৰা ৰহণক দেখিছেও কিন্তু কাহানিও মতা নাই। প্ৰথম কাৰণ তাৰ অভিমান, দ্বিতীয় মাতিলে সিহঁতে লাই পাব ইত্যাদি। যিনহওক সেই দিনা এখন বহল পথাৰত ডাঙৰ সভা। সভাপতি অসমৰ নেতা দক্ষ বৰুৱা। বিষয় কংগ্ৰেচৰ ত্যাগ আৰু দেশৰ বৰ্ত্তমান অৱস্থা। সেই সভাত হাজাৰে হাজাৰে লোক গোট খাইছে। চক্ৰপানীও সেই সভালৈ যাওঁতে বাটত মোহনক লগ পালে। মোহনে কলে "কি সভালৈ যোৱা নেকি ?"



এবা! তুমি ?

মইয়ো ওলাইছো।

তেন্তে বলা একেলগে যাওঁ। দুইয়ো একেলগে গল। বাটত বহুত কথা হল। হঠাৎ চক্ৰপানীয়ে নিলগত ৰহণ আৰু এজন পায়জামা আৰু কামিজ পিন্ধা লোক দেখিলে। তেওঁলোকৰ কাষে কাষে এজন ইয়ৰোপীয় মানুহো যোৱা দেখিলে। তেওঁলোকে যেন কিবা কথা বতৰা কৈছে মাজে মাজে ৰবকৈ হাঁহিছে। কথা বতৰা কি কৈছে একো শুনি নাপায়। কিন্তু হাঁহাটো শুনি পাই। চক্ৰপানীৰ চকুত বৰ বেয়া লাগিল। সি মোহনলৈ চাই কলে, আজি কালি ৰহণহতৰ ঘৰলৈ নোযোৱা নে ? তাহানি তোমাক বহুদিন লগ পাইছিলোঁ।

নাই নাযাওঁ।

কাৰণ ? কিয় বেয়া অৱস্থা বুলি ?

গলোহেতেন। কিন্তু সিহঁতৰ স্বভাব বৰ বেয়া। সেই বিলাক মানুহে দেখিলে কোনো সজ মানুহে তালৈকে গতি কৰিবলৈ ইচ্ছা নকৰে। তুমি নোযোৱা নে ?

চক্ৰপানীয়ে কলে "দেউতাক মৰাৰ পৰা যোৱা নাই। দেউতাক বৰ ভাল মানুহ আছিল। দেশৰ বহুতো খবৰ বাতৰি ৰাখিছিল। সেই বিলাক শুনিবলৈ তেতিয়া গৈছিলো। কিন্তু আজি কালি ছোৱালী সকলৰ কাষলৈ কিয় যাবা ?

মোহনে কলে "ছোৱালীও এলেপেচা ছোৱালী হলেও এটা কথা। যিপিনে যাবা সিহতৰ গীতা, ভাগৱত, মহাভাৰত কিমান শুনিবা ? সিদিনা সক জনা হেনো এটা মিলিটাৰীৰ লগত মটৰত ফুৰবালৈ গৈছিল। মিলিটাৰীৰ লগত যোৱা মানেতো বুজা।

চক্ৰপানীয়ে এইবোৰ কথাৰ প্ৰতিবাদ কৰিব খুজিলেও তাৰ মনে মনে সেই দিনাৰ ঘটনাৰ পৰা বহুতো সন্দেহ হৈছিল। গতিকে সেইবোৰ কথাত প্ৰতিবাদ নকৰি বৰং সেইবোৰৰ কিবা সত্য আছে

বুলিয়ে তাৰ মনত দৃঢ় বিশ্বাসৰ শিপা বাঢ়িল। তদুপৰিও সি নিলগত যি দৃশ্য দেখিলে সেই দৃশ্যই তাৰ মনত এটা ডাঙৰ ভূমিকম্প তুলিছিল। কথাৰ মাজতে সি কৈছিল যাওক পৰৰ ছোৱালীৰ সম্বন্ধে কথা কৈ কি লাভ? ভাল হলে সকলোৱে ভাল পাৰ। বেয়া হলে নিজে নিজৰ কৰ্ম্মফল ভুগিব। গৈ গৈ দুয়ো সভাৰ ঠাই পালেগৈ ঃ চক্ৰপানীয়ে দেখিলে সিহঁতৰ সমুখৰ পিনে অলপ দূৰৈত ৰহণো আগেয়ে দেখা লোক দুজনৰ লগত বহিছে। বহুত মানুহে সেইপিনে চকু কৰিছে। ডেকা লৰা বিলাকৰ মাজত কথাৰ সম্বল গোট খাইছে। এজনে কৈছে "চোৰা হে ভালকৈ চোৰা।"

আনজনে কৈছে "এৰা, কিন্তু ইমান দূৰ ভাল নহয়। ভিতৰে ভিতৰে যি নহওক, বাহিৰত এনে দৃশ্য বৰ আশোভন। আনপিনে বৰ বেয়া আদৰ্শ। এনেকৈ দেখাদেখিকৈ সমাজৰ মাজলৈ অহাটো বৰ অন্যায় কথা।"

আনজনে কৈছে "এৰা এৰা, যেয়ে যি ভাল পায় তাকে কৰক সেইবোৰলৈ চকু দিয়া কিয়?"

মোহনে চক্ৰপানীলৈ চাই কলে "এটা কথা দেখিছানে?"

কি?

সৌৱা! ৰহণৰ কাষত সৌ দুজন কোন চাইছা নে? চক্ৰপানীয়ে যেন আগৰ পৰা দেখা নাই এনে ভাবে কলে "ওঁ দেখিছোঁ।"

মোহনে কলে "দেখিছা; মই কোৱা কথাৰ প্ৰমাণ পালা এনেকুৱা ছোৱালীৰ ঘৰলৈ কেনেকৈ যোৱা? আমাৰো তো মা[illegible] সম্ভ্ৰম আছে। অৱশ্যে সিহঁতৰ বিপদ-আ[illegible]দে সহায় কৰিবলৈ ইচ্ছা যায়। কিন্তু এনে অৱস্থাত কেনেকৈ কৰা?"

সভা আৰম্ভ হল। সভাৰ সভাপতিয়ে গহীনাই বক্তৃতা দিবলৈ আৰম্ভ কৰিলে। কিন্তু চক্ৰপানীৰ সেইবোৰলৈ বিশেষ মন নাই সি দেখিছে যেন মাজে মাজে সেই ডেকা দুজনে ৰহণৰ লগত মনে মনে কিবা কথা-বতৰা পাতিছে। লোকৰ ছোৱালীয়ে লোকৰ মানুহৰ



লগত কথা পাতিছে। তাত চক্ৰপানীৰ কি? তথাপি চক্ৰপানীৰ মনত নানা ত্তৰহৰ ভাবৰ জুমুৰি আপোনা আপুনি কিয় আহিছে?

সভাপতিৰ বক্তৃতাত কৈছে কংগ্ৰেছৰ ইমান বছৰ ত্যাগৰ ফলত আজি ভাৰতবৰ্ষ স্বাধীনতাৰ দুৱাৰ দলিত। এতিয়া ভাৰতীয় মানুহে স্বাধীনতা ৰক্ষা কৰিব পাৰিলেই হল। নিজৰ ভিতৰত মিলাপ্ৰীতি আনি সকলো দায়িত্ব গ্ৰহণ কৰিব পাৰিলেই ভাৰতীয়ৰ কৰ্ত্তব্য কৰা হব। কিন্তু আমি কৰিছোঁ কি? মৰা কটা, ভাই ভাই কাজিয়া। গতিকে বুটিছে নিজ ইচ্ছাৰে ভাৰতৰ পৰা বাহিৰ হলেও আমাৰ স্বাধীনতা এনে অনৈক্যৰ মাজত কেনেকৈ ৰক্ষা কৰিম? সভাপতিয়ে আৰু নানা কথা কৈ বহিলত হঠাৎ সমাজৰ মাজৰ পৰা ৰহণ ওলাই সভাপতিৰ মণ্ডপৰ ওচৰলৈ গৈ কলে মোক দুষাৰ কথা কব দিয়ক। সভাপতিয়ে আদেশ দিও নিদিওঁতেই বাহিৰৰ পৰা ডেকা কিছুমানে "বহিবলৈ দিয়ক, এইখন সভা, ইয়াত যাবে তাবে ঠাই নাই। আন ঠাইলৈ যাব দিয়ক।" বুলি চিঞৰিব ধৰিলে। এজনে কলে "মিলিটাৰী" আনজনে কলে "কাপোৰৰ বেপাৰী মাৰোৱাৰী"। যি নহওক সভাপতিয়ে আদেশ দিয়াত ৰহণ মণ্ডপত উঠি এবাৰ তীক্ষ্ণ চকুৰে চৌদিশে চালে। তাৰ পিচত আৰম্ভ কৰিলে; "অৱশ্যে মই কবলৈ উঠাত বহুতৰ মনত বেয়া লাগিছে। কিয়নো সমাজৰ মনত মই এজনা পতিতা ডৰিয়লী নোহোৱা ছোৱালী! বাৰু সেইটোকে ধৰি ললোঁ; কিন্তু আপোনালোকে পতিতা সকলৰ উন্নতিৰ কাৰণে বা তেওঁলোকে ভাল ব্যৱসায়েৰে খাব পাব পৰাৰ কি ব্যৱস্থা কৰিছে? আপোনালোকে স্বাধীনতাৰ নানা ৰকম জমক বাইজৰ আগত দাঙি ধৰিছে। কিন্তু আপোনালোকে পাহৰিছে স্বাধীন দেশবোৰতো খোৱালোৰাঁৰ সমস্যাৰ কাৰণে, দেশৰ উন্নতিৰ আচনিৰ কাৰণে কত কটাকটি, মাৰামাৰি। দূৰৈৰ কথা নকওঁ আমাৰ ওচৰৰ চীন দেশলৈ চাওক। স্বাধীন চীনৰ আজি দূৰাৱস্থা কি? হাজাৰ হাজাৰ লোক দিনে দিনে নিজে নিজে কটাকটি কৰি মৰিব

ধৰা নাইনে ? তাৰ উপৰিও ভাৰতবৰ্ষ এটা শক্তিৰ তলত থকাৰ কাৰণে অন্য শক্তিবোৰে ইয়াত সোমাই নিজৰ নিজৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে দেশত নানা বেমেজালি ঘটাই ইয়াত তলওপৰ কৰিব পৰা নাই ! কিন্তু চীন দেশত এপিনে টানিছে ৰুচিয়াই ; আনপিনে আমেৰিকাই, বৃটিছে, জাপানে ? আটাই কেউশক্তিৰ হেটাওপৰাত বাণিজ্যৰ কুটনীতিত চীনৰ মানুহ জলাকলা। তাৰ ওপৰিও ইটো শক্তিয়ে আনটো শক্তিৰ বিৰুদ্ধে যুদ্ধৰ উপকৰণ গোটাই চীনত গৃহযুদ্ধৰ সৃষ্টি কৰিছে। কিন্তু ভাৰতত সেই সুবিধা আন শক্তিবোৰে কৰিব পৰা নাই। গতিকে স্বাধীন হোৱাই ডাঙৰ কথা নহয় ! স্বৰাজ ৰক্ষা কৰা আৰু স্বাধীনতাৰ উপকাৰিতা জনসাধাৰণে ভালকৈ গম পোৱা আৰু স্বাধীনতা বিশ্বৰ উপকাৰৰ কাৰণে ব্যৱহাৰ কৰিব পৰাটোৱে ডাঙৰ কথা। ভাৰতত আজি লাগে তেনে স্বাধীনতা। সেইকাৰণে ৰাজনীতি ক্ষেত্ৰৰ স্বাধীনতাৰ লগে লগে আমাক লাগে অৰ্থনৈতিক স্বাধীনতা, তাৰ লগে লগে লাগে একতা ! এই তিনিওটাৰ ইটোৰ লগত সিটোৰ সম্বন্ধ আছে। আমাৰ মাজত একতা নহলে বাহিৰৰ শক্তিয়ে এটাক তল কৰি আনটোক ওপৰ কৰি তলে তলে সহায় সুবিধা দি ; অস্ত্ৰ শস্ত্ৰ যোগাই আমাৰ মাজত তয়াময়া ৰণ খন লগাই আমাৰ দূৰ্ব্বলতাৰ সকলো সুবিধা লব। আজি চীনত এনে অৱস্থা। সেইকাৰণে সভাপতিয়ে যি স্বাধীনতাৰ সপোনত বিভোৰ আমি তেনে স্বাধীনতাত আনন্দ পোৱা নাই। আমাৰ স্বাধীনতাৰ লগে লগে খোৱা লোৱাৰ সুবিধা, দুখী-কাঙালীৰ অৱস্থাৰ পৰিবৰ্ত্তন, গাওঁ-ভূইৰ শ্মশানৰ অৱস্থাৰ সালসলনি। আমাৰ স্বাধীন দেশত লাগে তিৰোতাৰ অবলা, দূৰ্ব্বলা, অৱস্থাৰ পৰিবৰ্ত্তন হৈ পুৰুষৰ লগে লগে খোজ কাঢ়িব পৰা অৱস্থা। দুখী-পতিতা সকলৰ উন্নত জীৱন লাভ কৰিবৰ উপায় পোৱা। কিন্তু সেইবোৰৰ আচনি ক'ত ? মৰাকটা, অত্যাচাৰ, অনাচাৰ বঢ়োৱাই স্বাধীনতাৰ উদেশ্য নহয়।"

বাহিৰৰ পৰা ধ্বনি হল "নালাগে নালাগে বক্তৃতা হৈছে এতিয়া



বহক হি" হঠাৎ যেন এটা বোঁৱতী সূতিত বাধা পৰিল। চাৰিওপিনৰ পৰা ধ্বনি হল "বহক, বহক।" তাই চাৰিওপিনে চাই অলপ থমক খাই বল, আকৌ কবলৈ ধৰিলে 'স্বাধীন মত প্ৰকাশত বাধা দিয়া কেৱল পাশবিক অত্যাচাৰেই নহয়, প্ৰবলৰ দূৰ্ব্বলীৰ ওপৰত কৰা চলন্তী বলপ্ৰয়োগ।

আকৌ ধ্বনি হল "হৈছে হৈছে আৰু নালাগে। তিৰোতাই আগেয়ে চৰিত্ৰ গঠন কৰক তাৰ পিচত বক্তৃতা মহলা মাৰিব।" ৰহণে তথাপি অলপো স্তম্ভিত নহৈ কৈ গল "তিৰোতাই চৰিত্ৰ গঠন কৰিব এই উপদেশ দিয়াৰ আগেয়ে পুৰুষ সকলে অন্তৰত ভাৰি চাওক তেওঁসকল কেনে চৰিত্ৰবানপুৰুষ! কিন্তু আজি দিন আহিছে দূৰ্ব্বলীয়ে সবলৰ বিৰুদ্ধে মূৰ দাঙি উঠিব, আজি দিন আহিছে তিৰোতাৰ ওপৰত পুৰুষৰ গুৰুগিৰী গুচাই পুৰুষৰ অত্যাচাৰ, অবিধি আৰু যুগে যুগে কৰা অন্যায় শাসন দণ্ড ভাঙি চুৰমাৰ কৰিব।

ভাল ! ভবিষ্যতে কৰিব এতিয়া নামি আহক।

নামি যাম। কিন্তু যোৱাৰ আগেয়ে কৈ যাওঁ অত্যাচাৰী, অবিবেকী, অন্যায়ৰ আশ্ৰয় দিয়া পুৰুষ জাতি আজিৰ পৰা সাবধান। যদি তিৰোতাৰ চৰিত্ৰ বিচাৰা তেন্তে আগেয়ে চৰিত্ৰবান হোৱা। যদি দেশৰ সচাঁকৈ মঙ্গলচোৱা তেন্তে তিৰোতাৰ সকলো দূৰ্ব্বলতা গুচোৱা। যদি সঁচাকৈ ন্যায়ৰ জয় বিচাৰা তেন্তে তিৰোতাৰ অলপ দোষতেই তিৰোতা জাতিৰ সৰ্ব্বনাশ কৰা পন্থা এৰি পুৰুষ তিৰোতাৰ সমান দণ্ড, সমান অধিকাৰ, সমান দায়িত্ব স্বীকাৰ কৰা। যদি স্বাধীনতা সচাকৈ লাগে তেন্তে দুৰ্ব্বলী ; অসহায়ক ন্যায্য অধিকাৰ দিয়া, ভোকাতুৰ ; তৃষ্ণাতুৰক যথোচিত খোৱালোৱাৰ দিহা কৰি ধনী দুখীৰ মান সম্ভ্ৰমৰ পাৰ্থক্য নকৰি স্বাধীনতাৰ আঁচনি গঢ়া।" বুলি চৌদিশে তীক্ষ্ণ চকুৰে চাই তাই মণ্ডপৰ পৰা নামি আহিল। নিলগগৰ পৰা ধ্বনি হল "মিলিটাৰী, মিলিটাৰী।"

চক্ৰপানীও সেই সভাত ৰহনৰ মুখত ইমান গভীৰ অৰ্থ থকা কথা আশা কৰা নাছিল আনকি তাই যে এনে ডাঙৰ সভাত ইমান বিৰুদ্ধ-

বাদীৰ সমুখত থিয় হৈ এনে তেজপূৰ্ণ উত্তৰ দিব পাৰিব সেইটো সি কল্পনাকে কৰা নাছিল। বিশেষত বহনৰ চৰিত্ৰত ইমান দুৰ্ব্বলতা থকাটো তাই এনে নিৰ্ভীক ভাবে থিয় হৈ ইমান চিঞৰ বাখৰৰ সমাজতো অলপো চঞ্চল নহৈ এনে ভাবে বক্তৃতা দিয়াটো চক্ৰপানীৰ মনত এটা আচৰিত ভাবৰ সৃষ্টি কৰিছিল। তেন্তে কি তাৰ সকলো সন্দেহ কেচুমতাবে গঢ়া? বহণৰ চৰিত্ৰত কি অলপো চেকা নাই। চৰিত্ৰত চেকা থাকিলে এনে তেজপূৰ্ণ কথা, এনে তীক্ষ্ণ চকুৰ চাৱনী এনে নিৰ্ভীকতা কি মানুহৰ সম্ভৱ? নে মানুহৰ অন্তৰৰ কথা লুকাই ৰাখি বাহিৰত সম্পূৰ্ণ বেলেগ ভাব দেখুৱাব পাৰা অসীম শক্তি। চক্ৰপানীয়ে ভাবি থাকোঁতে সভামণ্ডপৰ পৰা শুনিলে ইংৰাজীত কোৱা বক্তৃতা। মণ্ডপলৈ চাই দেখে সেই বহনৰ লগে লগে অহা আৰু কাষত বহা মিলিটাৰী জনে বক্তৃতা ইংৰাজীত দিব ধৰিছে।

তেওঁ কৈছে মই ৰুচিয়াৰ মানুহ। প্ৰত্যেক ৰুচবাসীয়ে আজি ভাৰতৰ স্বাধীনতা কামনা কৰে। ভাৰতৰ দুখ দাৰিদ্ৰ্য, অভাৱৰ অন্ত হৈ ভাৰতীয় মানুহে সুখ শান্তিত থাকিব লাগে। গাওঁ নগৰৰ বিশেষ পাৰ্থক্য গুছিব লাগে। অশিক্ষিত আৰু নিৰক্ষৰতা লোপ পাব লাগে। ৰুচবাসীৰ এই বানী মই ভাৰতীয়ৰ কাণত পেলাব পাৰি ধন্য মানিছোঁ। মই আপোনালোকৰ মঙ্গল কামনা কৰো। বুলিয়েই তেওঁ মণ্ডপৰ পৰা নামি আহিল।

চক্ৰপানীয়ে ইমানপৰে যি সংশয়ৰ দোলাত দোলন খাই ৰহণৰ চৰিত্ৰত আন্ধাৰ ২ ভাব দেখিছিল যেন এক মুহূৰ্ত্তে সকলো মেঘ কাটি পূৰ্ণ চন্দ্ৰ বিকাশ হল। চক্ৰপানীৰ ভাব হল চন্দ্ৰত কলঙ্ক থাকিব পাৰে কিন্তু ৰহন নিষ্কলঙ্ক। তাৰ যেন ইচ্ছা হল সেই মিলিটাৰী ভেষত থকা ৰাচিয়ান জনৰ লগত কথা পাতে। সি যেন বুজিলে কিয় ৰহণে এই মিলিটাৰীৰ লগত কথা বতৰা পাতে বা লগে লগে দিন চেৰেক ফুৰিব ধৰিছে। আৰু এনে ফুৰাটোত মানুহে বা সমাজে কি বিষ চকুৰে চাইছে। সি ভাবিলে হায় সমাজ তহঁতৰ অজ্ঞতাত আৰু অল্পবিদ্যা ভয়ঙ্কৰ অৱস্থাত



তহতে কি কৰিব নোৱাৰ। তিৰোতাৰ প্ৰত্যেক খোজতে কত ৰহস্য, কত কাল্পনিক ছবি, কত বিষৰ উদ্ভৱ কৰিব পাৰে। তাৰ ভাব হল যেন তাৰ কাষত বহি থকা আৰু এঘণ্টা আগেয়ে তাৰ কাণত বিষ ঢালা মোহনক ভালকৈ বুজাই দিয়ে মানুহৰ চৰিত্ৰ বুজিবলৈ আৰু বহুতো অভিজ্ঞতাৰ আৱশ্যক। ততালিকে ভুল ধাৰণা কৰা আৰু ব্যক্তি কৰি মানুহৰ কলঙ্ক প্ৰচাৰ কৰা কেৱল মুৰ্খালিয়ে নহয় লগে লগে সৰ্ব্বনাশ পন্থা। এই ভুলৰ প্ৰায়শ্চিত্ত কিন্তু এদিন সমাজে কৰিব লাগিব! অন্ধ সমাজে এনে কুসংস্কাৰ ভাঙি চিঙি নতুন সমাজ গঢ়িব লাগিব।

হঠাৎ মোহনে কলে বক্তৃতা দিয়া সহজ কিন্তু কামৰ বেলিকা?

চক্ৰপানীৰ মনত যেন এই কথাষাৰে বিষ উগাৰি আনিলে। সি সেই ভাব প্ৰকাশ নকৰি কলে বাৰু এনে ভাবে বক্তৃতা দিবকে শিকাছোন।

সেইটো অভ্যাসৰ কথা।

অভ্যাস! অভ্যাস! এৰা অভ্যাসত বাহ্যিকতাৰ আৰম্বৰ শিকিব পাৰি কিন্তু অন্তৰৰ মাধুৰ্য্য আৰু তাব্ৰতা ফুটি ওলাই অন্তৰ সৌন্দৰ্য্যৰ পৰাহে।

মোহনে কলে থৈ দিয়া অন্তৰৰ কথা, মানুহে দেখে বাহ্যিকতাহে; অন্তৰত অমৃত আছে নে বিষ আছে সেইটো বাহিৰ কৰা বৰ ডাঙৰ কথা। কিন্তু বক্তৃতা দিয়াৰ আগেয়ে মানুহে ভবা যুগুত ৰাইজৰ বিশ্বাস তেওঁৰ ওপৰত আছে নে নাই? নহলে আগতে দেখিলা নহয় ৰহনৰ অৱস্থা কি হল। কদাচাৰ, কুনীতি যাৰ সম্বল তেওঁ বক্তৃতাৰ মহলা মাৰিব আহিলে লোকে কিয় শুনিব?

চক্ৰপানীয়ে নামাতিলে 'ভাবিলে দহজনৰ উপলুঙা, পাতল কথাকো সমাজে এজনৰ গভীৰ বা অন্তৰৰ কথাতকৈ বেচি মূল্য দিয়ে। গতিকে এই বিষয়ে তৰ্ক কৰিয়ে বা কি লাভ? আৰু তৰ্ক কৰিয়ে ৰহনক আজি সমাজৰ আগত সুন্দৰ বা নিষ্কলঙ্ক কৰা অসম্ভৱ।

## ( ১২ )

সেই কুচ জনে এখন মেজৰ কাষৰ এখন প্ৰায় ভঙা চৌকিত বহি কৈছে তুমি এই আন্দোলন লোৱা মই যিমান পাৰো সহায় কৰিম। ভাৰতীয়ক মানুহ হিচাবে থিয় কৰিব লাগিব। বিশেষত এই সময়ত ভাৰতে বৃটিছৰ প্ৰলোভনত ভুলি বৃটিছৰ কথা মানি লোৱা মানে ভাৰতে স্বাধীনতাৰ পৰা বহুতো পিচুৱাই অহা। ভাৰতৰ আদৰ্শ হৈছে পূৰ্ণ স্বাধীনতা কিন্তু তেনে পূৰ্ণ স্বাধীনতা কেতিয়াও এনে জোৰাফান্দা মিলনত নাহে। কেৱে নিজৰ স্বত্ব এনেয়ে এৰি নিদিয়ে।

আনজনে কৈছে কিন্তু টানভ পাৰিলে অৰ্দ্ধং ত্যজতি পণ্ডিতঃ। সেয়ে বৃটিছে ভাৰতক ৰাজনৈতিক স্বাধীনতা দিবলৈ ওলাইছে।

যদি ৰাজনৈতিক স্বাধীনতা দিয়াই বৃটিচৰ ইচ্ছা তেন্তে ভাৰতত বৃটিছ সৈন্য সামন্ত ৰখাৰ কাৰণ কি ?

ভাৰতৰ ৰাজনীতি স্বাধীনতা দি অৰ্থনৈতিক স্বাধীনতা বৃটিছে হাতত ৰাখিব। বৰ্ত্তমান বৃটিচে ৰুচিয়াৰ নিচিনা বৃহৎ শক্তিৰ লগত সমানে সমানে তাল দিয়া অসম্ভব হৈছে। সেইকাৰণে ৰুচিয়াৰ সমকক্ষ ধনে জনে ভাৰত হেন দেশক সুন্দৰ ভাবে সজাই পৰাই তুলিব পাৰিলে ৰুচিয়াৰ মহতালি ভাঙিব পাৰিব। কিন্তু বৃটিচৰ তলত ৰাখি ভাৰতক সজাই তুলিলে ভাৰতে নিজ বাহুবলেৰে বৃটিচৰ প্ৰভুত্ব দলিয়াব পাৰিব। লগে লগে পৰাধীনতাৰ বিৰক্তিত বৃটিচৰ শত্ৰু হৈ থিয় হব। আনকি ৰুচিয়াৰ পিনে সৰহ সংখ্যকে ঢাল খোৱাও অসম্ভৱ নহয়। তেতিয়া ৰুচিয়া আৰু ভৰিতৰ মিলনত জগতত অজেয় শক্তি হৈ উঠিব। কিন্তু আনপিনে যদি স্ব ইচ্ছাৰে ভাৰতক বৃটিচে আজি স্বাধীনতা দি ভাৰতক প্ৰৱল শক্তি কৰি তুলিব পাৰে তেন্তে সেই প্ৰৱল শক্তিয়ে কৃতজ্ঞতাৰ কাৰণে আৰু বহুদিনৰ সম্পৰ্কৰ কাৰণে বৃটিচৰ সহায় হব। সহায় নহলেও ৰুচিয়াৰ সপক্ষে নাযাব। সেই



কাৰণে ভাৰতক আজি সন্তোষ কৰি ধনে জনে ভৰা ভাৰতক প্ৰৱল শক্তিত পৰিণত কৰিবলৈ বৃটিচ কুটনীতি বিশাৰদ সকল ব্যস্ত। লগে লগে এনে ভাবে ৰাজনীতি স্বাধীনতা দিলে ভাৰতত বেহা বেপাৰ আদিও বৃটিচৰ অক্ষুন্ন থাকিব আৰু ভাৰতে সম্পূৰ্ণ অৰ্থ নীতিত পাৰ্গত হৈ উঠালৈকে বৃটিছে হেলাৰঙে বহুতো সুবিধা এনে মিতিৰালিৰ চলেৰে চলাই থাকিব পাৰিব। ভাৰতৰ পৰা বৃটিচ সৈন্য নিনিয়াৰ কাৰণ প্ৰথম আন বহিঃশক্তিৰ বিশেষকৈ ৰুচিয়াৰ আক্ৰমনৰ ভয়। দ্বিতীয়তে যদি আকৌ সুবিধা হয় অৰ্থাৎ বিশ্বত আন৹আন জাতিৰ শক্তি কমি আহে তেন্তে বৃটিচে আকৌ ভাৰতক নিজৰ কবলতে ৰাখি ভাৰতক কেৱল ডমিনিয়ন হিচাবে ৰাখি ভাৰতত শোষণ নীতি সুন্দৰ ভাবে চলাই থাকিব।

কুচজনে কলে তেন্তে বৃটিচক বিশ্বাস কৰি ভাৰতীয় সকলে সিহতৰ কথাত মান্তি হোৱাত লাভ কি ?

চক্ৰপানীয়ে কলে বিশ্বাস নকৰি ততালিকে আৰু এখন যুজ বাগৰ লগোৱাৰ আৱশ্যক কি ? আকৌ সেই যুজত ভাৰতে কৃতকাৰ্য্য হোৱাও সম্ভৱ নহয়। বিশেষত যদি বৃটিচে দেখে ভাৰত সঁচাকৈ তেওঁলোকৰ হাতৰ মুঠাৰ পৰা সৰকি যায় তেন্তে তেনেহোৱাৰ আগেয়ে তেওঁলোকে যত শক্তি আছে সকলো ব্যৱহাৰ কৰিব। সেই শক্তিৰ আগত ভাৰতে মূৰ ডাঙি উঠা টান হব। কিয়নো ভাৰতীয় লোক তেনে ভাবে সাজু হৈ উঠিব পাৰা নাই।

কিন্তু তেতিয়াও তো বৃটিচে সকলো শক্তি ব্যৱহাৰ কৰিব যেতিয়া দেখিব সঁচাকৈ ভাৰত তেওঁলোকৰ মুঠিৰ পৰা যাব ধৰিছে। তেতিয়াও তেনে সংঘৰ্ষ হব। ৰক্তৰ নৈ বব। গতিকে এতিয়াই সেইটো নিৰ্ণয় কৰি গেলোৱা যুগুত।

এতিয়া আৰু তেতিয়া! এই দুয়োটাৰে পাৰ্থক্য আছে। ইতি-মধ্যতে ভাৰতীয়ই নিজ শাসন পাই অনেক গুণে ভাৰতীয়ক সাজু কৰি তুলিব পাৰিব। অস্ত্ৰে শস্ত্ৰেৰেও বহুতো আগুৱাৰ পাৰিব।

লগে লগে বাহিৰা শক্তি বিলাকৰ লগত আদান প্ৰদান কৰি বিশ্বৰ জাতি সজ্ঘত সুকীয়া ঠাই অধিকাৰ কৰিব। সেই সময়ৰ সজ্ঘৰ্ষ আৰু এতিয়াৰ সংজ্ঘৰ্ষৰ বহুতো পাৰ্থক্য আছে। এনে হব পাৰে তেতিয়া বৃটিচে আৰু ভাৰতৰ লগত সংজ্ঘৰ্ষ কৰিবলৈ সাহো নাপাব পাৰে। গতিকে এনেভাবে ভাৰতে মিলাপ্ৰীতিৰে যিমান পাৰে স্বাধীনতাৰ গতিত আগবঢ়াত হানি নাই।

কিন্তু বিপ্লবৰ আন্দোলনৰ অভাবত মানুহৰ পৰা বিপ্লবৰ ভাবটো নোহোৱা হব।

হব পাৰে সেইটো কিন্তু শক্তি আহৰণ কৰিবলৈ নিজৰ শাসনৰ তলত সুবিধা পাব।

এই কথা কওঁতে ৰহন আঁহি ওলালহি। চক্ৰপানীয়ে এনে অৱস্থাত এখন আচহুৱা ঠাইত এজন আচহুৱা বিদেশীৰ ওচৰত এজন অসমীয়া গাভৰু ছোৱালী অহা দেখি কেৱল আচৰিত নহৈ নোৱাৰিলে তাৰ লগে লগে জাতিগত সন্দেহৰ ভাবটো বিৰিঙি উঠিল। কিন্তু পিচমুহূৰ্ত্ততে তাৰ শিক্ষা আৰু নতুন জগতৰ আচাৰ নীতিলৈ ভাবি আৰু মতা তিৰোতাৰ সমান অধিকাৰৰ কথা মনত পৰি তাৰ আগৰ ভাবটোক ধিকাৰ দি নিজৰ সংকীৰ্ণ মনক নিজে লাজ দিলে।

ৰহনে সোমায়ে কলে "আপুনি যি কৈছিল সেইটো বৰ্ত্তমান ক্ষেত্ৰত ভাৰতত হব নোৱাৰে বুলিয়েই মোৰ বিশ্বাস। বৰ্ত্তমানে অৱশ্যে আমাৰ স্বাধীনতাৰ লগে লগে কৃষক বনুৱা সমস্যা, খোৱা লোৱাৰ সমস্যা, সবল আৰু দুৰ্ব্বলৰ সমস্যা, ধনী দুখীৰ সমস্যা, আৰু সংখ্যা গৰিষ্ঠ আৰু সংখ্যা লঘিষ্ঠ আদিৰ সমস্যা সমাধান কৰি লব লাগিব। সেইবুলি আমি বৃটিছে আগবঢ়োৱা ক্ষমতা হাতৰ পৰা এৰি দিয়া যুগুত নহব। এই কথা কৈয়ে ৰহণে ততালিকে চক্ৰপানীৰ চকুয়ে চকুয়ে পৰিল। ৰহণে তেতিয়া তেনে অৱস্থাত চক্ৰপানীক পোৱাটো আশা কৰা নাছিল। ৰহণেও অন্তৰত হাজাৰ সাহস যোগালেও তেনে অৱস্থাত জাতিগত দুৰ্ব্বলতাৰ কাৰণে আকৌ তিৰোতাৰ মন হিচাবে এটা বেয়া অৱস্থাৰ



সমুখত পৰিল। ৰহণে ভাবিলে চক্ৰপানীয়ে তাইক এজনা মিলিটাৰীৰ কাষলৈ অহা অৱস্থাটো কেনে ভাবিব। তাই ভাবিলে ইমান দিনে মানুহে যি ৰটা খচা কৰিছে সেই সন্দেহ চক্ৰপানীৰ মনত দৃঢ়ভাবে ঠাই লব। অলপ পিচতে তাই সাহস গোটালে। তাই ভাবিলে মোক জগতে পতিতা, কু-অধচাৰী বুলি ভাবেই তেন্তে এই দৃশ্যই কি নতুনত্ব আনিব? তাই আকৌ মুখ ফুটাই ৰুচজনক কলে "আপোনাৰ প্ৰস্তাৱ আমি গ্ৰহণ কৰিব নোৱাৰো। মোৰ বিশ্বাস নহয় ৰুচিয়াই দেহে মনে ভাৰতক সহায় কৰিব বুলি?

কিয়?

ৰুচিয়াই ভাৰতক সহায় কৰিব যাতে ভাৰতে বৃটিচৰ লগত তিতা ভাবটো ৰাখি বৃটিচৰ শত্ৰু হিচাবে থাকে। কিন্তু ৰুচিয়াই কেতিয়াও ইচ্ছা কৰিব নোৱাৰে যে ভাৰত এটা প্ৰবল শক্তিমান জাতি হৈ উঠক।

কাৰণ?

তাৰ কাৰণ ভাৰত ৰুচিয়াৰ ওচৰত! দূৰৈৰ শত্ৰুতকৈ ওচৰৰ শত্ৰু বেচি ভয় লগা। গতিকে ৰুচিয়াই কি সাহত জনে প্ৰাণীয়ে সমান এটা ওচৰৰ জাতিক প্ৰবল কৰি তুলিব?

চক্ৰপানীয়ে মাত দিলে ঠিক ধৰিছা ৰহণ। এই আষাৰ কথা মইয়ো কওঁ বুলি ভাবিছিলোঁ।

ৰুচজনে কলে অৱশ্যে আপোনালোকৰ সিদ্ধান্তত মই আন ভাব সুমুৱাব নোখোজোঁ। কিন্তু মই কওঁ ৰুচে ভাৰত কিয় গোটেই জগততে সুখ শান্তি আনিবলৈ দুখ, দৰিদ্ৰতা মোচন কৰিবলৈ, স্বাধীনতাৰ মোল দিয়াবলৈ সংকল্প কৰিছে।

সংকল্প আৰু বাস্তৱৰ কামত বহুতো পাৰ্থক্য দেখা গৈছে।

বাৰু যি ভাবে ভাবক। কিন্তু আপোনালোকে দেশৰ দুখ দৰিদ্ৰতা গুচাবলৈ ইচ্ছা কৰে। যদি সেয়ে হয় আমি টকা পইচাৰে সহায় কৰো আপোনালোকে দীন দৰিদ্ৰ বুলি এখনি কাকত উলিয়াওক। তাৰ লক্ষ

ইঁব দীন দৰিদ্ৰক সংঙ্ঘবদ্ধ কৰা আৰু তেওঁলোকৰ অৱস্থাৰ পৰিবৰ্ত্তন কৰিবলৈ মনত বিদ্ৰোহ ভাব ফুটাই তুলি ভবিষ্যত বিপ্লৱৰ কাৰণে সাজু কৰা।

চক্ৰপানীয়ে কলে সেইটো কৰাত মই একো আপত্তিৰ কাৰণ নেদেখোঁ। কিন্তু কাগজখন জাকত জিলিকা হব লাগিব আৰু মানুহৰ মন আকৰ্ষণ কৰিব পৰা শক্তি থাকিব লাগিব।

অৱশ্যে সেই সম্বন্ধে আমি ভালকৈ সহায় কৰিম। তদুপৰিও কিছুমান সৰু সৰু কিতাপ উলিয়াওক। সেইবোৰত মানুহৰ অৰ্থনীতি, জগতৰ লগত ভাৰতৰ সম্বন্ধ, চহা হোজা কৃষক বনুৱাৰ অৱস্থা বৰ্ণনা কৰিব পাৰিলে সেইবোৰ গল্প উপন্যাস বা আন প্ৰকাৰে মানুহৰ মন আকৰ্ষণ কৰিব পৰাকৈ উলিয়ালে বেচি ভাল।

ৰহণে অলপ পিচতে কলে বাৰু এতিয়া যাওঁ। এই সম্বন্ধে পিচত আৰু কথা হম। অপুনি যাব কোন দিনা? মই আৰু দুদিন আছোঁ।

বাৰু এতিয়া বিদায়! বুলি ৰহণ উঠিল। চক্ৰপানীৰো মনৰ ইচ্ছা ৰহণৰ লগতে যায়। কিন্তু কিছু ভাবি থমকি ৰল। ৰহণ গৈ পদুলিমুখ পালে। অলপ পিচতে চক্ৰপানীয়েও আকৌ অন্যৰকমে ভাবি বাৰু মই যাওঁ, পিচত এই সম্বন্ধে কথা হম বুলি পোনচাতে উঠি বেগাই গৈ ৰহণক বাটত লগ ধৰিলে!

ৰহণ! তোমাৰ লগত এওঁৰ চিনাকী কেনেকৈ হল। হেমেনীৰ লগত ছাত্ৰৰ নেতা মদনে বহু সময়ত দেশৰ কথা বহুতো পাতে। তাতে মোৰ লগতো তেওঁৰ লগত বহুত তৰ্ক বিতৰ্ক হয়। তেওঁ মোক বৰ ভক্তি কৰে। তেওঁৰেই এদিনা এওঁৰ লগত আমাৰ চিনাকী কৰে। অৱশ্যে মদনে কেনেকৈ এওঁৰ লগত চিনাকী হৈছিল কব নোৱাৰো। কিন্তু যি নহওক এওঁৰ কথা বতৰা আৰু ভাৰতৰ কাৰণে সহানুভূতি দেখি বৰ ভাল লাগে। বিশেষত এই দিন চেৰেক কথা বতৰাতে বুজিছোঁ মানুহজন বৰ চৰিত্ৰবান। তিৰোতা ছোৱালীৰ প্ৰতি এওঁৰ মনত মান সম্ভ্ৰম বৰ বেচি।



চক্ৰপানী ৰহণৰ কথা শুনি আনন্দত অধীৰ হল। সি মনে মনে নিজৰ কু-সংস্কাৰ ভাৱ, সন্দেহ আদিৰ কথা ভাবি নিজে নিজে লাজ পালে এজনী ছোৱালী এটা চৰিত্ৰবান ইউৰোপীয়ানৰ লগত ফুৰিলেই সমাজে দুইকো হেয় কৰি ভবাটো, বিশেষকৈ শিক্ষিত সকলৰ মাজত এনে ভাব অহা কুসংস্কাৰৰ বাহিৰে কি হব পাৰে? আমি পৰীক্ষা নকৰি সন্দেহৰ বৃন্ত যিমান পাৰো বঢ়োৱাতে ব্যস্ত। চক্ৰপানীয়ে কলে ৰহণ! জগত, জগত! সমাজ! সমাজ! যাওক আজি মই তহতৰ ঘৰলৈ যাম!

কিয়? যাব জানো সাহ হব?

চক্ৰপানী—এৰা সাহ হব! ইমান দিন সমাজক ভয় কৰি যি পথ লোৱা নাছিলো আজি এটা বিদ্ৰোহী আদৰ্শই মোক সাহ দিছে। জগতে যি ভাবে ভাবক, সমাজে যি পাওে পাওক মই তহতৰ ঘৰত যোৱা একো অন্যায় নেদেখো। বৰং অন্যায় হৈছিল নোযোৱাটোৱে। সেইটো কেৱল মোৰ দুৰ্ব্বলতা। এই দুৰ্ব্বলতা আসে দি সমাজৰ সকলো দুৰ্ব্বলতা মানি মুৰত লোৱা হৈছে। তাৰ দ্বাৰা সমাজৰো উপকাৰ হোৱা নাই! আমাৰো উপকাৰ হোৱা নাই।

কিন্তু মই কওঁ আপুনি নোযোৱাটোৱে ভাল।

কাৰণ।

আমি সমাজৰ চকুত পতিতা, ব্যাভিচাৰিণী আৰু কত বিশেষণেৰে বিভূষিতা। তেওঁলোকৰ মনত আমি হেয়, ঘৃণাৰ পাত্ৰ! অৱশ্যে আচলতে একো নহলেও! তদুপৰিও সমাজে পতিতা ব্যাভিচাৰিনী আদিক ঘৃণা কৰিবৰ দাবী কৰিব নোৱাৰে। কিয়নো সমাজে এনে কোনো ভাল ব্যৱস্থা কৰিব পৰা নাই যিহৰ দ্বাৰা সেইবোৰৰ স্বভাব পৰিবৰ্ত্তন হৈ সুন্দৰ ভাবে খোৱা লোৱাৰ দিহা কৰিব পাৰে। যি সমাজে তেওঁলোকৰ ভাল কৰিব নোৱাৰে সেই সমাজে তেওঁলোকক ঘৃণা কৰিবলৈ কি দাবী কৰিব পাৰে? তথাপি ইচ্ছা নকৰো যে তুমি অনাহকত সমাজৰ চকুত হেয় হোৱা সমাজৰ কেলেঙ্কাৰী মূৰত তুলি লোৱা।

কিন্তু সমাজ! সমাজ! গঢ়ে কোনে? আমাৰ দৰে মানুহেই জানো সমাজ নগঢ়ে?

গঢ়ে!

তেন্তে?

কিন্তু তোমাৰ দৰে সমাজত যেতিয়া বেচি হব তেতিয়া সমাজে তোমাৰ গঢ় লব। কিন্তু যেতিয়ালৈকে বেচি নহয়—

বহণ বেচি কমৰ কথা দিনৰ লগত সালসলনি হয়। যি সমাজে এদিন তিৰোতা বাহিৰ ওলালে ছি, ছি, কৰিছে সেই সমাজে আকৌ সময়ৰ লগে লগে তিৰোতা কেৱল বান্ধনী শালতে সোমাই বহি জগতৰ মোল নাপালে বা অশিক্ষিতা হৈ থাকিলে ঘৃণা কৰিব। কিন্তু আজি সমাজে ভুলতে তাতে আকোৰগজালি কৈ থাকিলে বুলি সমাজৰ সেই অসত্য দলিয়াই পেলাবলৈ কেৱে সাহ নকৰিব নে?

সাহ কৰিব পাৰিবা। কিন্তু তাৰ ফলত সমাজৰ ৰঙা চকু তোমাৰ ওপৰত পৰিব। তাৰ ফলত তোমাৰ দেউতাৰবো নেতৃত্বৰ ডবিয়লি সোলোক ঢোলোক হব। সমাজে নমনাত পৰিব। সমাজে কব নিজৰ পুতেকক চন্তালিব নোৱাৰে! আমাৰ কি উপকাৰ কৰিব?

চক্ৰপানীয়ে কলে মূৰ্খ সমাজ! তহঁতে মুখালিৰে যি কেচুমতাৰ দম গোটাইছ সেই কেচুমতা এটা জোকাৰণিতে সকলো চুৰমাৰ হব। বাৰু বহণ এতিয়া যা! তহঁতৰ এতিয়া ঘৰ কেনে চলিছে?

আমি ভাল ভাবেই চলিব পাৰিছো। আমাৰ আৰ্জ্জনে সকলো সুবিধা কৰিব পাৰিছে। তোমাৰ টকা সেই দিনা দিওঁতে নিনিলা কিয়?

মোৰ ভাৱ হৈছিল সেই টকা তহঁতে অসজ উপায়েৰে আৰ্জ্জিছ। সেই ভুল এতিয়া মোৰ ভাঙিল। তহঁতে কি উপায়েৰে আয় কৰিব ধৰিছ মোৰ চাবলৈ ইচ্ছা হৈছে।

খাচীয়া বিলাকৰ ঘৰত তিৰোতাসকলে কত প্ৰকাৰে আৰ্জ্জে। সিহঁতৰ



বেয়াটো এৰি ভাল স্বভাৱটো অনুকৰণ কৰিব পাৰিলে আমি তিৰোতা-সমাজে বহুতো আগবাঢ়িব পাৰিম।

বাৰু মই আজি আবেলি তহঁতৰ ঘৰলৈ যাম।

## ( ১৩ )

কালিন্দ্ৰীয়ে সৰু ভাবে হলেও ব্যৱসায় আৰম্ভ কৰিছে। তাইৰ ব্যৱসায় সৰু কুঠৰী এটাত সুন্দৰ অটোমটোকাৰিকৈ সজোৱা নানা তৰহৰ বাচকবনীয়া হাতীৰ দাঁতৰ পুতলা, গহনা আৰু নিকেলৰ সাতসৰী আৰু নানান ফুল। কুঠৰীৰ ভিতৰতে এফালে আৰ দিয়া সৰু কুঠৰী, তাত চাহৰ ব্যৱস্থা সমুখৰ মেজ এখনৰ কাষত থকা এখন ধুনীয়া চৌকিত তাই বহি থাকে। মেজৰ ওচৰত সৰু সৰু দুখন চৌকী। কিন্তু এই সৰু কুঠৰীতে মানুহৰ হেটাওপৰা। তাত কলেজৰ ছাত্ৰ, মিলিটাৰী অফিচাৰ, সাধাৰণ মিলিটাৰী, স্কুল কলেজৰ ছাত্ৰীসকল। কুঠৰীতো ধুনীয়াকৈ সজোৱাত মনোমোহা হোৱাৰ লগে লগে তাই তাত বহি থকাত সোণত সুৱগা চৰাইছে। মানুহৰ দুৰ্ব্বলমনে এচমকা সৌন্দৰ্য্য দেখিলে যেন সকলো পাহৰি সেই সৌন্দৰ্য্যৰ পোহৰ পাবলৈ লৰি আহে। এই কুঠৰীয়ে তাৰ সুন্দৰ প্ৰমাণ দিছে! তাৰ লগে লগে তিৰোতাৰ মদনমোহিনী ৰূপে যেন জগতৰ সকলোকে মুগ্ধ কৰি, সিহঁতৰ বিবেক বিবেচনা সকলো ভূৰত উটাই দি সিহঁতৰ মনত যেন কেৱল ওমৰ খৈয়ামৰ ভাৱ তৰঙ্গ তুলিছে।

"তেওঁ কয় বান্ধৈ আজি
ধৰাৰ বুকুত
ফুটিছোঁ। মনৰ সুখত
জপিয়াই পৰিছোঁ।
কণ্টক বনত,

মোৰ আঁচলৰ শত বাধোন ঠেলি,
সকলো সৌন্দৰ্য্য দিছোঁ বিলাই
মউসনা হাঁহিত,
সৌন্দৰ্য্য জোৱাৰত
জগত যাব ভাঁহি।
প্ৰত্যেকৰে মনৰ ভাৱ ঃ—
নিশ্চয় বান্ধে মাটিকে সাৰটি
শেষত পৰিব লাগিব ঢলি,
সেয়ে আহা আগবাঢ়ি
সমূলি চেচা হোৱাৰ আগে।
ভোগ কৰি যাওঁ প্ৰাণৰ হাঁহি,
বুকু ভৰি নিওঁ প্ৰেমফুল পাহি,
জীৱন লুইতত
ভুঁৰ খনি যেবে ভাঁহে।
কিন্তু হায় সেই ভাবৰ সফলতা কত ?
যেন পলকৰ পিচতে উত্তৰ পায় ঃ—
ওৰে ভীৰু, ওৰে মূঢ় তোলো তোলো শিৰ
আমি আছো তুমি আছা সত্য আছে স্থিৰ!
আছে। কিন্তু—

তথাপি দুৰ্ব্বল মনে নামানে। আশাৰ মৰিচিকাই ভুলাই লৈ যায়! যেন প্ৰত্যেকে ভাবে আজি নহয় কাইলৈ। কালি নহয়—দুদিন পিচত। নিশ্চয় নিশ্চয় ধনৰ মোহত নাইবা 'যৌবনেৰে ভৰা সুন্দৰ মধুৰ ৰূপত, নাইবা কথাৰ অঙ্গি ভঙ্গীত তাইৰ মন ঢাল' খাব। কিন্তু দিন গৈছে, টকাও নিতে চাহ পিয়াত নাইবা বস্তুৰ দাম দিয়াত যাব ধৰিছে কিন্তু কল্পনাৰ মানসী দেবীৰ দৰে, মনৰ ভাব মনতে জহি যাব ধৰিছে। প্ৰতিদান কত ? তাই যেন অচল অটল। সেই মধুৰ কথাৰ ভঙ্গিত, সেই লয়লাস গতিত, সেই সুন্দৰ চাৱনীত কেৱল যেন ফুটি উঠে "ব্যৱসায়ৰ ছবি" মনত যেন ভাব হয় কেৱল তাইৰ লক্ষ্য কেৱল ব্যৱসায়ৰ উন্নতি, তাইৰ কাষতে বহি যৌবনৰ উন্মত্ত যুবক সকলে নানা তৰহৰ মেল পাতিছে, অন্তৰৰ চঞ্চলতাত দুটা এটা কথাত চোকা বাণ নিক্ষেপ কৰিছে, সেইঁবোৰলৈ যেন তাইৰ কাণ নাই। সময়ত সেই যুবকসকলে ভাবিছে সঁচাকৈ তাই মানবী নে কিবা উপায়ে হাত ভৰি লৰাব পৰা পাষাণৰ মনোহৰ জালিকটা মূৰ্ত্তি! সচাকৈ সিহঁত দিঠকতনে সপোনৰ আলি-জালিত। কিন্তু ক'তা সপোনতো নহয়। এই যে সঁচাকৈ সিহঁতে জেপতে অনা টকা পইছা তাইৰ ওচৰত গণি দিছে। এই যে সঁচাকৈ সিহঁতে অনা পইছাৰ পৰা গণি দিয়া পইছাখিনি এবি বাকীখিনিহে জেপত আছে। তেন্তে সপোন কেনেকৈ হব ?

মিলিটাৰী সকলেও সাধাৰণ ব্যবসায়িনী বুলি ভাবি তাইৰ কাষত কেবাখনো নোট আগবঢ়াই দিছে কিন্তু তাই বস্তুৰ আচল দামৰ বাহিৰে সিহঁতক কড়াই ক্ৰান্তিয়ে ওভতাই দিছে। লগা কথাৰ বাহিৰে এষাৰো অন্য-কথা তাইৰ মুখৰ পৰা সিহঁতে শুনা পোৱা নাই। অৱশ্যে সিহঁতে নিলগত বহি নানা তৰহৰ তল খাপৰ কথা পাতিছে, কিন্তু সেইবোৰ যেন তাইৰ কাণত অলপো পৰা নাই। তাই নিজৰ কৰ্ত্তব্যতে বিভোৰ হৈ আছে।

কলেজৰ ছাত্ৰে দৈনন্দিন ৰাতৰি কাকতত ওলোৱা কথাৰ নানা তৰহৰ মেল পাতিছে, ন ন পলিটিকচৰ কথা কৈছে, কিন্তু সেইবোৰতো যেন তাইৰ তৃপ্তি নাই। কোনো কথাৰ কেতিয়াও এবাৰো তাই উপযাচি উত্তৰ দিয়া নাই।

সেইদিনা লৰাবিলাকে কথা-বতৰা পাতিছে আমেৰিকাৰ দুজন ব্যৱসায়ীৰ কথা। কেওঁলোক আটাইতকৈ কেনেকৈ ধনী হল। ব্যৱসায়ত তেওঁলোকৰ কেনে পাৰ্গতালি। এই ব্যৱসায়ী দুজনৰ বিশেষত্ব কি ? যেন সিহঁতৰ কথা তাই কাণ পাতি শুনি আছে। হঠাৎ তাই মাত দিলে কি বিশেষত্ব লৈ তেওঁলোক আটাইতকৈ ডাঙৰ ব্যৱসায়ী হল ?

লৰাবিলাকৰ মাজত তাইৰ কথাষাৰে এটা হেন্দোলন তুলিলে। সিহঁতে কত দিন কত কথা পাতিছে কিন্তু আজিলৈ তাই কোনো কথাত

মন দিয়া নাই বা দিলেও কেতিয়াও কোনো কথাৰ সোধা নাই বা সিহঁতৰ কথাত অলপো আগ্ৰহ দেখুৱা নাই। আজি এনে আগ্ৰহৰ কাৰণ কি? ইয়াতকৈ কত ডাঙৰ ডাঙৰ বিষয়ৰ কথা পাতিছে। সিহঁতৰ মনত ধাৰণা হল সিহঁতৰ লগত আজি এজন নতুন সঙ্গী আহিছে। তেওঁ দেখাত যেনে দেখনিয়াৰ, কথা বতৰাতো বৰ সৰবৰহী। লগে লগে জগতৰ বাৰ্ত্তাৰ তেওঁ সুন্দৰ ভাবে ভূ পায়। বোধকৰো সেয়ে আজি নিমাতী কইনাৰ মাত উলিয়াইছে! যি নহওক সেই লৰাজনে কলে, সিহঁত দুজনৰ ভিতৰত এজনে এনে ব্যৱসায়ৰ সুন্দৰভাবে সন্ধান লব পাৰিছিল যে তাৰ ব্যৱসায়ৰ বস্তু সকলোকে লাগে, কিন্তু য'তে ত'তে নাপায়। সেই বস্তু আনিবলৈ যিমানেই দূৰৈত নহওক বা অগম্য পথ নহওক, মানুহে হাবাথুৰি খাই আনিবলৈ বিচাৰে। গতিকে, সি কাহানিও গ্ৰাহক বিচাৰি যাবলগীয়া নহয়, বৰং গ্ৰাহককেহে তাক বিচাৰি পিয়াপি দিয়ে। এই বিশেষত্বই তেওঁক অলপ দিনতে ডাঙৰ ব্যৱসায়ী কৰি তুলিলে। লগে লগে ধন উভৈনদী হল। আনজন আকৌ বস্তু বিচাৰি লোৱাত সিমান পাকৈত নহলেও জাননীৰ অভিনয় স্বষ্টিত অদ্বিতীয়। তেওঁ এনেভাবে জাননী দিব পাৰে সেয়ে সকলোকে আকৰ্ষণ কৰে।

কালিন্দ্ৰীয়ে কলে, এৰা ব্যৱসায়ত এই দুটা গুণৰ বৰ আৱশ্যক। আমাৰ অসমীয়াই এজনে কিবা কৰা দেখিলে সেইটোলৈহে হামবাও কাঢ়ে আৰু সকলোৱে সেই ব্যৱসায়ত হে হাত দিয়ে। তাৰ ফলত আটাইকেইজন ব্যৱসায়ীয়ে কেৱল পেট প্ৰবৰ্ত্তাবলৈকো সুবিধা নোপোৱাত পৰে। ব্যৱসায়ত নিজৰ মৌলিকত্বৰ লগে লগে নিজৰ জাননী আদিৰ নতুনত্বই ব্যৱসায়ত ওপৰলৈ তোলে।

এৰা এই কথা আখৰে আখৰে সঁচা। মইও এনে ব্যৱসায়ত লাগিম যি ব্যৱসায় অসমীয়াই আজিলৈকে ভাবি পোৱা নাই; কিন্তু অসমীয়াৰ সদায় সেই বস্তুৰ আৱশ্যক।

লৰাটোৱে কথা কওঁতে চকু মুখৰ যেনে দৃঢ়তা দেখুৱালে সেই দৃঢ়তাই যেন কালিন্দ্ৰীক এখন নতুন ৰাজ্যলৈ টানি নিলে। তাই কলে, নিশ্চয় আমাক অসমীয়াৰ মাজত এনে যুৱকহে লাগে। অনুকৰণতকৈ যেয়ে মৌলিকত্বত বেচি মূল্য দিয়ে। চঞ্চলতাতকৈ, দৃঢ়তা যেয়ে আকোৱালী লয়।

হঠাৎ লৰাবিলাকৰ মাজত এজনে কলে, ৰবীন্দ্ৰ তুমি একেবাৰে ব্যৱসায়তে ধৰিলা যেন পাইছো। এতিয়া দহ বুলিলে দহ, পচিশ বুলিলে পচিশো হব। সেই লৰাটোৰ ভাৱ হৈছিল এয়ে আচল সুবিধা। অলপ তৰল ভাবলৈ আনিব পাৰিলে ৰহস্য আৰু বাঢ়িব। কিন্তু তাৰ ভাবৰ ওলোটা হল।

কালীন্দ্ৰী গম্ভীৰ হৈ ৰহিল। যেন আৰু সিহঁতৰ কথাত তাইৰ আগ্ৰহ নাই। তাই যেন কিবা ভাবত ধ্যান মগ্না। সিহঁতে ব্যৱসায়ৰ কথা এৰি পলিটিকচ, পলিটিকচ এৰি সাহিত্য, সাহিত্য এৰি ঘৰুৱা কথা আকৌ ঘৰুৱা কথাও বাদ দি ঠাট্টা-মস্কৰা ইতিকিং-উপলুঙা,—কোন মাষ্টৰে কেনে কৰে, কোন অধ্যাপকে পঢ়াওতে কেনে শব্দ কৰে ইত্যাদি নানা তৰহৰ কথা পাতিলে! কিন্তু আচৰিত কালিন্দ্ৰীৰ কাণত যেন এটা কথাও নোসোমাল। অৱশেষত এজনে কলে "সকলো মাটি হল।" ৰবীন্দ্ৰ আকৌ এবাৰ মুখ মেলাছোন কি জানি মুখত ৰসগোল্লা পৰেই। তুমি কথা নকলে আমাৰ মাজত ৰহস্য নুফুটে।

এজনে নাকত নস্যলৈ হাচি মাৰি কলে ঠিক ঠিক। তেওৰ নামটো আকৌ কেনে? বিশ্বকবি ৰবীন্দ্ৰনাথ!

কেৱল নামটো হে চাইছা! ধৰখনলৈ মন নকৰা কিয়? ডাক্তৰ কৰ্ণেলৰ লৰা।

বংশ গৌৰৱ এৰাছোন। তেওঁৰ নিজৰ খ্যাতি পাহৰা কিয়? যি বি,এত ফিলচফিত যে প্ৰথম স্থান অধিকাৰ কৰিছে।

যিনহওক আটাইবোৰ কথাৰ যেন লক্ষ্য কৰবাত। কিন্তু লক্ষ্য হলে কি হব? তাক ভেদ কৰিবলৈ যে পাৰ্থৰ আৱশ্যক।

সেইবুলি তেওঁলোকৰ মাজত যে পাৰ্থ নাই সেইটোও দৃঢ় ভাবে কব নোৱাৰি। তেওঁলোকৰ ভিতৰতে এজনৰ নাম সব্যসাচী!

তেওঁ গহীনাই কলে "মধুৰেন সমাপয়েৎ কৰাই ভাল।"

আজি আৰু আকাশত বিজুলী চমকাৰ আশা নাই বুলিও যে আকাশ মেঘাইছে সেইটোলৈ মন কৰা নাই জানো। গতিকে বেগাই ঘৰ লোৱাই ভাল।

সকলোৱে "এৰা, এৰা" বুলি ততালিকে উঠিল। ৰবীন্দ্ৰয়ো উঠি কালিন্দ্ৰীৰ ওচৰ চাপি কলে "এতিয়া আহোহে, পইছা দি আহিছো।" কালিন্দ্ৰীয়ে কলে "ভাল।"

বাটত লৰাজাকে কত তৰহৰ মেল পাতিছিল সেই সম্বন্ধে নকলেও হব। এজনে কৈছিল "বিদায় লোৱা ভাওনাৰ কি আৱশ্যক আছিল।"

সমূলি সফল নোহোৱা বুলি কব নোৱাৰা! শেহৰ ঝঙ্কাৰ পাহৰিলা জানো। বহুত "ফাকৰ" পিচত যে "সোম" পৰিব সেইটো আশা কৰিয়ে "মান" পেলাইছিল।

কিন্তু "মান ভঞ্জন-পালাটো" আনদিনলৈ ৰল। কি কোঁৱা ৰবীন্দ্ৰ ?

আন এজনে কলে যি নহওক ৰবীন্দ্ৰই বোধকৰো ধীৰে সুস্থিৰে আগবাঢ়িলে সময়ত কৃতকাৰ্য্যও হব পাৰে।

আনজনে কলে "একেটি চুমাৰ ৰসভৰা সুৰা।

শ্ৰেষ্ঠ অনেক ৰাজ্যতকৈ
দিয়ে দলিয়াই ৰজাৰ মুকুট
সিংহাসনো ধূলাতে ৰয়।
সবাতকৈ মধুৰ জানা
প্ৰেমিক জনৰ দীৰ্ঘশ্বাস
তাৰ তুলনাত তুচ্ছ অতি
ভক্ত হৃদয়ৰ মুক্তি আশ।"

পিচে ৰবীন্দ্ৰ সৰসীৰ ভাৱনাত বিভোৰ নহয়তো ?

(১৪)

চক্ৰপানীয়ে আজি সমাজলৈ ভ্ৰূক্ষেপ নকৰি ৰূপ, লাৱণ্যপূৰ্ণ যৌবনৰ মোহলৈ ভয় নকৰি সঁচাকৈ ব্যূহৰ ভিতৰত সোমাইছে। সি এবাৰো ভবা নাই দুৱাৰ মুখত কোন বলত বলী আজি জয়দ্ৰথ বহি আছে! সি অলপ সুস্থিৰ ভাবে যোৱাহেতেন, নাইবা নিজস্ব আপোন পাহৰা ভাবটো নোহোৱা হলে সি নিশ্চয় দেখিলেহেতেন "মোহনৰূপী জয়দ্ৰথ সিহতৰ পদূলি মুখৰ আগেৰে এবাৰ সিপিনে আকৌ অলপ দূৰ গৈ আনপিনে গতি কৰি আছিল! কিয় তেনে কৰি আছিল সেই সম্বন্ধে কব লাগিলেও মানুহৰ স্বভাব-চৰিত্ৰৰ ৰহস্যৰ আৰু এখনি পাতনিৰ আৱশ্যক। যিয়ে নহওক যি মোহনে ইমান দিন সেই ঘৰমুৱা হোৱা নাছিল আজি কি কাৰণত সেই ঘৰৰ দুৱাৰ মুখেৰে অহাযোৱা মাকো খেলিব ধৰিছে ?

মোহনে সিদিনা বহণক মিলিটাৰীৰ লগত দেখি আকৌ সভাত তাইৰ বক্তৃতা আনকি তাই নিজ মুখেৰে পতিতা বুলি কোৱা শুনি তাৰ ভাব হৈছিল বহণে নিজমুখে সাধাৰণৰ আগত প্ৰকাশ কৰিছে আৰু তাইৰ নিজৰ স্বৰূপৰ জাননী দি ডেকা সকলক আহ্বান কৰিছে। সি ভাবিছিল যদি তাইৰ এনে অবস্থাই হৈছে তেন্তে সিনো কিয় আনৰ দৰে তাইক উপভোগ নকৰিব ? বিশেষত তাইৰ যে তাৰ লগত সকৰে পৰা কত কথা বতৰা আছে! অৱশ্যে এতিয়া তাৰ মনত বিয়াৰ সঙ্কল্প নাই কিন্তু ভোগ লালসা কিয় এনেয়ে যাব দিব ? সেই কাৰণে সি সেই আশাতে নানা তৰহৰ কথাৰ ছলত বহণহঁতক হাত কৰো বুলি ভাবি সিহঁতৰ ঘৰমুৱা হৈছে। ঘৰৰ দুৱাৰ মুখলৈ আহি সি ততালিকে সোমাবলৈ সাহ কৰিব নোৱাৰিছিল। প্ৰথম ভয় কোনোবাই দেখে বুলি, দ্বিতীয় সি এদিনা নিজমুখে সিহঁতৰ আৰু খা-খবৰ নকৰো বুলি কৈ গৈছিল। আজি আকৌ নিজেই কেনেকৈ সিহঁতৰ সমুখলৈ আহে। ইত্যাদি কথা ভাবি দুৱাৰ মুখতে এবাৰ ইপিনে গৈ আকৌ আনপিনে গৈ ঘূৰি পকি আছিল।

তাৰ ভাব সিহঁতৰ ঘৰৰ পৰা কোনোবা ওলাই আহিব আৰু কিবা এটা চেলু লৈ সেই জনৰ লগত কথা পাতি তাইৰ লগতে ঘৰলৈ সোমাই যাব। কিন্তু সেই সুবিধা নৌহওঁতেই সি দেখিলে চক্ৰপানী ততালিকে আহিল আৰু তাৰ দবে একো সঙ্কোচ নকৰি ঘপৰাই সোমাই গল। তাৰ ভাব হল চক্ৰপানীয়ে এনেকৈ নিশ্চয় বহু দিনৰে পৰা আৰু তলগুজীয়াকৈ উপভোগ কৰে। সি ভাবিলে সেইদিনা চক্ৰপানীক ৰহণহঁতৰ বিৰুদ্ধে সেইবোৰ কথা কৈ ভাল কৰা নাই। কিয়নো চক্ৰপানীয়ে নিশ্চয় সিহঁতৰ আগত সেই কথা কব আৰু তাৰ ভবিষ্যত আশাত সমুলি বজ্ৰপাত হব। তাৰ খংচক্ৰপানীৰ ওপৰত চৰিল। সি ভাবিলে কি বিষকুম্ভং পয়োমুখং। সি যে ইয়ালৈ যাতায়াত কৰে সেই কথাৰ অলপো সম্ভেদ তাক নিদিলে। আনকি সি যে কেতিয়াও সিহঁতৰ ঘৰমুৱা হোৱা নাই সেই কথাহে কৈছিল। এনে মিছা কথাৰ মাজত নিশ্চয় গুপুত কথা আছে। এনেবোৰ ভাবি ভাবি সি আৰু আজি সিহঁতৰ ঘৰলৈ সোমাবৰ ইচ্ছা নকৰিলে। সি ভাবিলে চক্ৰপানীক ভালকৈ মজাপালি দিব। সি ভাবিলে তাহাতৰ ঘৰলৈকো মাজে সময়ে আহি চক্ৰপানী আৰু তাহাতৰ মাজত বিচ্ছেদ ঘটাব। তাৰ মনত ভাব হল ইহঁতে যে এনে ভাবে সুখেৰে খাই লৈ আছে তাৰ কাৰণ চক্ৰপানীয়ে মনে মনে কৰা সহায়। লগে লগে আন বেয়া উপায়। এইবোৰ ভাবি ভাবিয়ে সি ঘৰ পালে। ঘৰতো সি নানা তৰহৰ কথা ভাবিলে। চক্ৰপানীৰ ওপৰত তাৰ হিংসা ঈৰ্ষা খণ্ডৰ জাউৰী উঠিল। কিন্তু কি উপায়েৰে তাৰ সকলো সুখৰ অন্ত কৰিব এই কথা ভাবিয়ে বিতত হল।

চক্ৰপানীয়ে ৰহণহঁতৰ ঘৰত সোমাই সিহঁতৰ সকলো কামবোৰ চাই, যঁতৰ, তাঁতশাল, পঢ়া কুঠৰী ইত্যাদিবোৰ দেখি তাৰ মনত এটা আনন্দৰ ঢৌ উথলিল। সি ৰহণৰ কুঠৰীত সোমাই দেখিলে কত কিতাপৰ দ'ম! ওৱাৰ্ডচৱাৰ্থ, চেক্সপিয়ৰ, মিল্টন, বাইবল, গেটে, ৰাস্কিন, জনচন, অস্কাৰ ওৱাইল্ডি, ৰোমা ৰোলা, গৰ্কী, ডষ্টয়ভটস্কি, বাৰ্ণাৰ্ডশ্ব আৰু কত ডাঙৰ ডাঙৰ ভাবুক সকলৰ কিতাপ। সি দেখিলে কত বাতৰি কাকতৰ দ'ম। আকৌ



তাৰ চকুত পৰিল এটা সুন্দৰ বহী। সি সুধিলে "এইটো কি বহী ৰহণ"? ৰহণে কলে "চোৱা"। চক্ৰপানীয়ে বহী মেলি চাই অতি আচৰিত হল! সি এটা এটা পাত ওলোটাই চাই গল। সি দেখিলে প্ৰত্যেক পাততে বৰ্ত্তমান ভাবুক সকলে, ৰাজনীতিবিদ পণ্ডিতসকলে সময়োপযোগী দিয়া বক্তৃতাৰ সাৰাংশবোৰ আৰু ভবিষ্যত ভাৰতত কৰিবলগীয়া কৰ্ম্মপদ্ধতি বোৰৰ ওলোৱা আঁচনিবোৰ বাতৰি কাকতৰ পৰা কাটি কাটি সেই সুন্দৰ বহীটোৰ পাতে পাতে লগাই থৈছে।

চক্ৰপানীয়ে সুধিলে "ৰহণ এইবোৰেৰে কি কৰিবা?"

সকলো বস্তু লগা সময়ত পোৱা টান। কিন্তু এনেভাবে গোটাই আচুতীয়াকৈ থলে যেতিয়াই তেতিয়াই পোৱা যায়। নহয় জানো?

এৰা এইটো বৰ ভাল হৈছে। তাৰ পিচত সি আনপিনে মুখ ঘুৰাই দেখিলে আন এখন বহী। সি সেইখন বহিৰ কাষলৈ গৈ মেলি চাই দেখিলে তাত ৰহণে নিজে লিখা কিছুমান সুন্দৰ সুন্দৰ প্ৰবন্ধ। কোনোটো ইংৰাজীত লিখা কোনোটো অসমীয়াত আকৌ কোনবাতো হিন্দীত।

ৰহণ তুমি হিন্দী জানা?

অলপ অলপ জানো?

ক'তা তোমাৰ এই হিন্দী প্ৰবন্ধবোৰ পঢ়ি তোমাৰ যে হিন্দীত গভীৰ জ্ঞান আছে সহজতে বুজিব পাৰি। সি দুটা এটা পঢ়িব ধৰিলে। হঠাৎ তাৰ চকুত এটা সুন্দৰ বাকচ পৰিল। "এইটোত কি?"

ৰহণে হাঁহি কলে "চোৱা।"

চক্ৰপানীয়ে চকু মেলি চাই দেখিলে তাত অসংখ্য চিঠি। সেই চিঠিবোৰ বহুত ডাঙৰ ডাঙৰ মানুহে লিখা। কত বেলেগ বেলেগ ঠাইৰ পৰা সেই চিঠিবোৰ আহিছে। কোনোখন আমেৰিকাৰ পৰা, কোনোখন জাপানৰ পৰা, কোনোখন ইংলণ্ডৰ পৰা, কোনোখন জাৰ্ম্মান-ইটালিৰ পৰা, আকৌ কোনোখন ৰুচিয়াৰ পৰা।

এই মানুহবিলাকৰ লগত তোমাৰ কেনেকৈ চিনাকী হল।

আচলতে মই এওঁলোকক দেখা পোৱা নাই। কেৱল চিঠিৰেহে চিনা পৰিচয়। একোটা একোটা বিষয় লৈ এওঁলোকলৈ লিখাত এওঁলোকে উত্তৰ দিছে। তাৰ পিচত চিঠিৰ বিনিময়ত চিঠি।

এইবিলাকৰ পৰা উপকাৰ কি?

উপকাৰ কি হয় কব নোৱাৰো। কিন্তু এই ডাঙৰ মানুহ সকলৰ একোটা ভাবৰ সিদ্ধান্ত ভাল ভাবে পাই আনন্দ লাগে বুলি কৈয়ে কিবা এটা কথাৰ কাৰণে তাই কলে, অলপ ইয়াতে বহা। মই কালিন্দীৰ ওচৰৰ পৰা আহো বুলিয়েই বাহিৰ কুঠৰীলৈ গল। তাৰ পিচত চক্ৰপানীয়ে দেখিলে এখন মেজৰ কোণত এটা কাগজৰ বাকচত কিছুমান চিঠি।

সি সেইবোৰ চাই হঠাৎ যেন চকু থৰ কৰি বল। এইবোৰ কি? এইবোৰ যে ভাল পোৱা প্ৰেমিক সকলৰ চিঠি? সকলো ৰহণলৈ লিখা। কোনো খনত দুটা এটা নাম আছে। কোনো খনত নাই। সি ভাবিয়ে বল, তেন্তে কি ভাল বেয়াৰ সামঞ্জস্য এই ৰহণৰ চৰিত্ৰ এটা ৰহস্যেৰে পৰিপূৰ্ণ। সি অনিচ্ছা স্বত্বেও যেন তাৰ মনে উদঁগাৰ ধৰিলে সি যেন চিঠি বিলাক পঢ়ি চায়। অৱশ্যে তাৰ ভদ্ৰতাৰ শিষ্টাচাৰৰ বিবেকে সেইটো বাধা দিলে। নাই বা পৰৰ চিঠি পঢ়া উচিত নহয়। কিন্তু পিচ মুহূৰ্ত্ততে তাৰ ভাব হল সিটো আজি আহিছে ৰহণৰ সকলো তথ্য উদ্‌ঘাটন কৰিবলৈ। গতিকে কেৱল ভালটোৰ হে গমলৈ যাব বেয়াটো নাচাব সেইটো কেনেকৈ হব? আকৌ ভাবিলে এনে সুবিধা হয়তো নঘটিবও পাৰে আৰু সেই কাৰণে এটা ভুল সিদ্ধান্তলৈ সি ঘৰলৈ উতৰিব পাৰে। সি আৰু পলম নকৰি দুখন এখন চিঠি মেলিলে। সি দেখিলে এখনত লিখা আছে;

মৰমৰ ৰহণ।

আন পাতনি নেমেলি পোনপতিয়ে কও তুমি যে' লিখিছা, সতীত্ব ভিতৰৰ বস্তু বাহ্যিকতাৰ তাৰ সম্বন্ধ নাই।

আকৌ লেখিছা সতীত্বক ওখ ঠাই দি বহিঃ জগতৰ সকলো কাম বন্ধ কৰি বৰ পেৰাত সোমাই থাকিলে শীৰ্ষস্থান অধিকাৰ কৰিলে, এনে ভাবৰ



তুমি বিপক্ষে। সেই কথাযাৰ বৰ্ত্তমান অসমীয়া সমাজত নাখাটে। সমাজে, যি বিচাৰে বৰ্ত্তমানে তেনে ভাবে কৰি যোৱাই ভাল। নহলে বিপদ আছে। বৰং ভিতৰত বেয়া হলেও বাহিৰত সুন্দৰতকৈও সুন্দৰ বুলি দেখুৱাহে যুগুত।

তোমাৰ মোৰে ভালপোৱা চিৰ সত্য হব পাৰে। কিন্তু আমাৰ ভাল পোৱাৰ পোহাৰ মেলি জগতক দেখুৱাৰ আৱশ্যক নেদেখো।

তোমাৰ—

"কলঙ্ক"

আন এখনত দেখিলে "মোৰ ভাষা নাই যিহেৰে তোমাৰ ৰূপ বৰ্ণনা কৰিম। সাহিত্য নাই যিহেৰে তোমাৰ মোহন পট আঁকি জগতক দেখুৱাম। কিন্তু তোমাৰ ভাবত মই আকুল। তুমি জানো মোলৈ এবাৰো নাভাবা। অন্ততঃ মোৰ অন্তৰৰ জ্বলাজুইৰ কথা ভাবি এবাৰো বেথাৰ দান দিবলৈ আগ নাবাঢ়া। উত্তৰলৈ বাট চাই থাকিলোঁ।

তোমাৰ—

"দুষ্মন্ত"

আন এখনত "নাট মন্দিৰত বা কথা ছবিৰ দৃশ্যত মনোহৰ ৰূপ সৌন্দৰ্য্যই আমাৰ ডেকা সকলক আকৰ্ষণ কৰি নিয়ে। কিন্তু তুমি দুয়ো বিধকে চেৰ পেলাই ছবিৰ ঠাইত জীৱন্ত মূৰ্ত্তি। কল্পনাৰ ঠাইত দিঠকত, ধ্বনিৰ ঠাইত চৈতন্যৰ ঝঙ্কাৰ। এনে অৱস্থাত মোৰ মন ব্যাকুল কৰাটো একো আচৰিত নহয়। তেন্তে এয়া মোৰ দোষ নে তোমাৰ? ইয়াৰ সঠিক উত্তৰ পাবলৈ আশা কৰিলো।

তোমাৰ—

"ৰূপহ"

আন এখন মেলি চাই সি দেখিলে; প্ৰেম সৌন্দৰ্য্য আনন্দ এই তিনিওটাৰে সামঞ্জস্য আছে বুলি তুমি লিখিছা। তেন্তে এই তিনিওটা একেলগে বাটকুৰি যাব নিদি কিয় তাল ভঙ্গ কৰিবলৈ তুমি ইচ্ছা কৰা? মোৰ স্পষ্ট কথা তোমাক মই ভাল পাও। কিন্তু তোমাৰ প্ৰতিদান

ক'ত ? তেন্তে কি জগতত তুমি আনক দুখ কষ্ট শোক দিয়াই তোমাৰ উদ্দেশ্য। তুমি আকৌ সাম্যবাদী। দীন দুখী দৰিদ্ৰক ধনীৰ সমান শ্ৰেণীত পেলাবলৈ তোমাৰ হাবিলাস। তেন্তে সৌন্দৰ্য্যত তুমি ৰাণী। ৰূপত অন্যতকৈ চহকী, কিন্তু তোমাৰ সৌন্দৰ্য্য তুমি তোমাৰ সৌন্দৰ্য্য ভিখাৰীক ৰূপৰ উপভোগ বিলাই কিয় সুখী নকৰিবা ? তেতিয়া তোমাৰ সাম্যবাদী কত ৰয় ?

তোমাৰ—
"ধনতন্ত্ৰী"

আমি এখন চিঠি মেলিব ধৰোতে ৰহণ কুঠৰীত সোমাল। চক্ৰপানীয়ে সেই চিঠিবোৰ চোৰা দেখি ৰহণ অলপ থমকি ৰল। চক্ৰপানীৰ তেতিয়া অৱস্থা কি ? ৰহণলৈ ঘৃণা চিঠিবোৰৰ আচল তথ্য পোৱাৰ হাবিলাষ যা উৎসুকতা আকৌ চিঠিবোৰ চাই থকা অৱস্থাত ৰহণ ওলোৱাত নিজৰ শিষ্টাচাৰৰ বিৰুদ্ধে কৰা কামৰ কাৰণে লাজ, এই আটাই কেউটাই চক্ৰপানীক বিমোৰ অৱস্থাত পেলালে। সি ৰহণক কি কব ?

কিন্তু ৰহণে নিজে কলে কেনে, চিঠিবোৰ ভাল লাগিছে ?

এই চিঠিৰ পৰা তোমাৰ কি ভাব হয় ?

অসমীয়া ডেকা সমাজৰ কলঙ্ক।

লগে লগে যদি সঁচা কব দিয়া তোমাৰ চৰিত্ৰত সম্পূৰ্ণ সন্দেহ।

তুমি যে ইমান স্পষ্টবাদী মই ভবা নাছিলো। আনে হয়তো এনে চিঠিবোৰ দেখি ঠিক এনে ভাবে নকৈ অন্তৰত সোঁক ঘৃণা কৰি মুখেৰে আন ৰকমে কলেহেতেন। কিন্তু আচল কথালৈ আহোঁ, এই চিঠিবোৰ বেলেগ বেলেগ সময়ত মই নিজে লিখা।

তুমি নিজে লিখা ? কাৰণ ?

কেতিয়াবা কেতিয়াবা সমাজত বা ডেকা সকলৰ লগত কথা বতৰা হওতে একোটা ভাৱ খেলালে সেই ভাবটো এনেভাবে চিঠিত লিখি থওঁ যাতে সময়ত আহৰি পালে এইবোৰৰ উত্তৰৰ সম্বন্ধে ভাবিব পাৰিম।

চক্ৰপানীয়ে ৰহণৰ কথা শুনি অবাক হল। সি ততালিকে হাঁহি



মাৰি কলে ৰহণ তুমি আচহুৱা জীৱ। কিন্তু এই চিঠিবোৰ চাই যদি কেৱে তোমাৰ চৰিত্ৰৰ ওপৰত সন্দেহ কৰে ?

তাতে মোৰ হানি কি ? মইতো নিজেই পতিতা বুলি কওঁ। বিশেষতঃ মইতো কাৰো আকাঙ্ক্ষী নহও যে মই তেওঁলোকক ভাল পোৱাবলৈ বা তেওঁলোকৰ মন যোগাবলৈ সজ চৰিত্ৰা বুলি দেখুৱাই ফুৰিব লাগিব। বাৰু জগতখন সজ চৰিত্ৰবান বুলি দেখুৱাত কিয় ব্যস্ত ? আন পিনে মই জানো—

অৰ্থাৎ তুমি জানা যে জগতৰ এশৰ ভিতৰত ৯৯ জনেই চৰিত্ৰবান নহয়।

সেইটো মই কব নোখোজো। বৰং মই কওঁ জগতত ৯৯ জনেই চৰিত্ৰবান।

সম্পূৰ্ণ মিছা কথা।

মিছা কথা দেখাত হব পাৰে। কিন্তু আচলতে ৯৯ জনেই চৰিত্ৰবান হলহেতেন যদি সমাজে এনেবোৰ বাধ্য বাধকতা লুকাভাকু, ঢাকোন আদি নোহোৱা কৰি—মানুহ জাতিক নিজা ইচ্ছামতে চলিব দিলে-হেতেন। প্ৰত্যেক কথাতে চৰিত্ৰৰ হিচাব আৰু চৰিত্ৰৰ উপদেশ কম কৰিলেহেতেন। সমাজেহে মানুহৰ চৰিত্ৰত নানা চেকাৰ সৃষ্টি কৰিছে। যাওক, সমাজে এনে এখন কৃত্ৰিম জগত সৃষ্টি কৰিছে, তাত ঈশ্বৰে কৰা সৃষ্টিতকৈও বহুত ভাবিবলগীয়া কথা হৈছে। বহুত চাকনৈয়াৰ পাকত পৰি মানুহে জোলোকা জুলুকি পানী খাব ধৰিছে। যাওক মই সমাজ সংস্কাৰক নহও। সমাজে ইচ্ছামতে ঢোলত মাৰি ঘুৰাই থাকক আৰু মানুহৰ মাজত ভয়, সঙ্কোচ, লুকাভাকুৰ মেৰপাকবোৰ বঢ়াই যাওক তাত মোৰ লাভ বা হানি নাই। তেনে সমাজৰ পৰা মই বহুতো আঁতৰত। সকলৰে পৰা সমাজ নামানিলো এতিয়া অমুকে বেয় ভাবিব, সমাজে বেয়া বুলিব এনেবোৰ কথা ভাবি কি লাভ ? বিশেষত মোৰ ভাব সমাজ দুখীয়া পতিতা বা দুৰ্ব্বলীৰ কাৰণে নহয়। সমাজে দুখীয়াক লাঞ্ছনাৰে আৰু দুখীয়া কৰে, পতিতাক বাহিৰলৈ উলিয়াই

দি পতিতাৰ শেষসীমালৈ টানি নিয়ে, দুৰ্ব্বলাক আৰু দুৰ্ব্বল কৰি সবলৰ প্ৰভুত্ত বঢ়ায়।

চক্ৰপানীয়ে শুনিয়ে আছিল। অলপ পিচতে কলে কালিন্দ্ৰীৰ ব্যবসায় কেনে চলিছে ?

ভালেই, বোধকৰো তাই সুন্দৰ ভাবে ব্যবসায়ত উন্নতি কৰিব পাৰিব।

ব্যৱসায়ত উন্নতি কৰিব পাৰে। কিন্তু ধন ঘটাই কেৱল জগতৰ উদেশ্য নহয়। লগে লগে মান গৌৰব যশস্যাবো আৱশ্যক! সেইটোলৈ তাই সমূলি আওকাণ কৰিছে।

মান গৌৰব যশস্যা যদি অন্তৰৰ বস্তু হয় তেন্তে তাই সেইবোৰত অলপো ক্ৰুতি কৰা নাই। ক্ষিন্তু যদি তুমি সমাজৰ চকুৰে চাই কৈছা বা তেওলোকৰ তুলাচালনিত জুখিছা তেন্তে তাৰ উত্তৰ মই কওঁ যি সমাজে আজি তাইক আলাইবাদু বুলি ভাবিছে সেই সমাজেই যেতিয়া দেখিব তাই সুন্দৰ ভাবে ধন ঘটি সুন্দৰ ভাবে ফুৰিছে, সুন্দৰ ভাবে টকা-কড়ি আনক দিবলৈ ক্ষমতা পাইছে ; সহায় কৰিবলৈ সুবিধা কৰিব পাৰিছে ; তেতিয়া সেই সমাজেই আকৌ তাইক মূৰত তুলি লব। কি কোৱা ?

এৰা-তুমি কব খোজা যদি তাই বহুতো ভোট দিওতা লোককো তলত ৰাখিব পাৰে তেন্তে মন্ত্ৰী মেম্বৰ সকলেও তাইক খাটিৰ কৰিবল-গীয়াত পৰিব। তেওলোকেও বেয়া বুলি তাইক ঘৃণা নকৰি বৰং আদৰ হে কৰিব।

কেৱল সেয়ে নহয় যদি তাই ধনেৰে সহায় কৰিব পাৰে তেন্তে মন্ত্ৰীত্বও হাত কৰাত টান নপৰে। টকা আৰু কুট বুদ্ধিৰে জগতত কৰিব নোৱাৰা কাম অতি বিৰল। কিন্তু বাহিক সমাজৰ তুলাচালনি এৰা। আচলতে তাই সুন্দৰতকৈও সুন্দৰ তাত অলপো সন্দেহ কৰা ভুল হব।

হেমেনীক ইমান গীত-বাদ্যৰ বাউলি কৰিছা কিয় ?



তাই যে সেই ক্ষেত্ৰতে আগ বাঢ়িব খোজে। কিন্তু অসমীয়া সেই বিষয়ত সমূলি পিচ পৰা। বিশেষত কেঁৱে আগবাঢ়িব নোখোজে। এটা ঘৃণাৰ ভাব বিৰিডি আছে।

অসমীয়া কেৱল সেই বিষয়তে পিছপৰা বুলিকৈ আনবোৰৰ কথা দূৰতে থলে নিশ্চয় ভুল হব। আনবোৰতো সেই একে কথা। কিন্তু যি বিষয়ত পিচপৰা সেই বিষয় পিচ কৰি থলেই হবনে ? বা পিচপৰা বুলিকৈ থাকিলেই আগবাঢ়িব ? মোৰ মনেৰে আগেয়ে যিবোৰত আটাইতকৈ পিচপৰা সেই বিষয়টোকে আগেয়ে ধৰা আৱশ্যক।

গীত, নাচ, বাদ্য শিকা বেয়া বুলি থাকিলে নহব। বৰং সেইটো কেৱল বিলাসীতাৰ বস্তু বুলি কলেও নহয়। সেইটো অৰ্থকৰী, লগে লগে ওখ ঠাইপোৱা অৱস্থা কৰি তুলিব লাগিব। আগেয়ে গোঁসাই গোঁসানীৰ আগতো নাচনী সকল, গায়ক সকল বা বাদ্যকৰ সকলক ঠাই দিছিল। পতিতা বা সৰু তৰপৰ পৰা লোক বুলি পিচত পেলাই নথৈছিল। কিন্তু আজিৰ কুৰিশতিকাৰ অসমীয়াই কিয় এইবোৰ পিচত এৰি বিশ্বত ওখঠাই পাবলৈ বা জাতি হিচাবে ঠাই লবলৈ হামৰাও কাঢ়িছে। এইটো সম্ভৱ নে ? চক্ৰপানীয়ে ভাবি ৰল। তাৰ পিচত কলে, ৰহণ তহঁতৰ ঘৰৰ কাৰ্য্য কলাপ চাই মোৰ আজি সম্পূৰ্ণ বেলেগ ভাব আহিছে। কিন্তু এইবোৰৰ শেষ পৰিণতি ক'ত ?

সেইটো ঈশ্বৰৰ হাতত।

বাৰু এতিয়া যাওঁ। আন সময়ত তহঁতৰ এইবোৰ কামত মই কিবা প্ৰকাৰে সহায় হব পাৰো নে চাম। কিন্তু এই কথাষাৰত তই আনধৰণে নাভাবিবি। ইয়াত একো লুকাভাকু নাই বা গুপুত ৰহস্যও নাই বা তিবোতাসকলে সকলো কথাতে ভালপোৱাৰ যি সন্দেহ কৰে সেইটোৰো অকণিও চেকা নাই। মই আহিলো বুলিয়েই ততালিকে চক্ৰপানী ওলাই গল। চক্ৰপানীৰ তেতিয়া ভাব এটা চানেকী তুলিলেই গোটেই দেশখনকে তেনে চানেকীত গঢ়ি তুলিব পৰা যাবনে ? আৰু গঢ়ি তুলিবলৈ কি শক্তিৰ আৱশ্যক হব ?

## ১৫

জোনাকী পঢ়িয়ে আছে। কলেজলৈ গৈছে,ঘৰলৈ আহিছে। যেতিয়াই সময় পাইছে কিতাপ পঢ়িছে। যেন পঢ়াৰবাহিৰেতাইৰ আন একো নাই। কিন্তু ইমান চেষ্টাতো তাই পঢ়াত ভাল কৰিব পৰা নাই। ব্যবসায়ত অলপ মূলধন হলেও ব্যবসায়ত হাত দিব পাৰি। গীত বাদ্য অলপ শিকিলেও অ'ত ত'ত গাব বা শিকিবলৈ চেষ্টা কৰিব পাৰে। অলপ বক্তৃতা দিবলৈ বা লিখিব পাৰিলেও পলিটিকচত নামিব পাৰি—অৱশ্যে সেইটোত কৃতকাৰ্য্য হোৱা বেলেগ কথা। কিন্তু লিখা পঢ়া কৰিলেই নহব, বিশ্বাবিদ্যালয়ত ডিগ্ৰি লাভ কৰিব লাগিব নাইবা সেইবোৰত নাম কৰিব লাগিব তেহে প্ৰফেচাৰ বা আন কোনো কাম পাব পাৰি। হাজাৰ জ্ঞান থাকক, পঢ়াত মূধাফুটা হওক কিন্তু ডিগ্ৰি নহলে সেইবোৰ কামৰ কাষকে চাপিব নোৱাৰে। গতিকে জোনাকীয়ে সেই ডিগ্ৰি নহলে তাইৰ আশা কোনোমতে নফলিব! জোনাকীৰ সেই কাৰণে দিনে ৰাতিয়ে আহৰি নাই—কেবল পঢ়া পঢ়া, আৰু পঢ়া। কিন্তু ইমান চেষ্টাৰ ফলতো তাইৰ সপোন নফলিল, এম-এত' তাই বেয়া কৰিলে। কোনো-মতে চুচৰি বাগৰি পাচ কৰিলেও—সেয়ে তাইৰ আশাত সহায় নকৰে। যি নহওক, তাইৰ উদ্দেশ্যত বিফল মনোৰথ হৈ ঘৰলৈ উভতি আহিছে। শুন জোনাকী, মই কবৰ হলে তই এখন কাগজ চলোৱাই ভাল।

অসমীয়া নে ইংৰাজী?

মোৰ মনেৰে ইংৰাজী চলোৱাই ভাল। তেতিয়া হলে গোটেই ভাৰততে চলিব। সেই কাকতত অসমৰ কথা বেচি ভাগে থাকিব লাগিব। যাতে বাহিৰৰ মানুহে সেইটো জানিবলৈ ইচ্ছা কৰে।

প্ৰথমে সেইটো কৰিবলৈ হলে ভাৰতৰ প্ৰত্যেক প্ৰদেশৰে ধনী মানুহ বিলাকৰ এটা লিষ্টি কৰি সেই বিলাকলৈ কাকত পঠিয়ালে উভতি আহিবৰ ভয় নাই। বাতৰি কাকত কেবল বাতৰিৰে যোগান ধৰিলে নহব, লগে



লগে সুন্দৰ প্ৰবন্ধ, সাময়িক ঘটনাৰ বিশ্লেষণ আৰু কথা বতৰা, বক্তৃতা আদিৰ সমালোচনা সুন্দৰ আৰু চমু ভাবে কৰিব পাৰিব লাগিব। আকৌ লিখাৰ ভঙ্গীত কথাই পতি চতুৰ ৰহস্য থাকিলে কাকতৰ মূল্য বাঢ়ে। কিন্তু অসমীয়াৰ তেনে পাকৈত লিখক ক'ত?

তেনে লিখক নাই বুলি থাকিলে নহব। তেনে লিখকৰ সৃষ্টি কৰিব লাগিব। বৰ্ত্তমান সাহিত্যৰ গতি মানুহৰ দুখ দৈন্য আপদ, বিপদৰ প্ৰকাশ বুলিয়ে ধৰা হৈছে। কিন্তু তাৰ লগে লগে লিখাৰ ভঙ্গী আৰু বুধি থকা ৰহস্য আদিৰ মূল্যও পাহৰিব নালাগে।

কেৱল সেয়ে নহয়। অন্তৰত বাজি উঠা সুৰ লগে লগে বিৰুদ্ধ মতত স্পষ্টবাদীতাই সাহিত্য আৰু বাতৰি কাকতৰ মূল্য বঢ়ায়। এনেতে কালিন্দ্ৰী আহি ওলাল। জোনাকীয়ে কলে, কালিন্দ্ৰী বাতৰি কাকত উলিয়ালে নানা তৰহৰ ব্যৱসায়ৰ জাননী আমাক গোটাই দিব লাগিব। জাননী নহলে বাতৰি কাকতত লাভ ক'ত? কালিন্দ্ৰীয়ে কলে, অসমীয়া কাকত কেইখনৰ জাননীয়ে হৈছে। সকলো কেইখনে, মোক চা মোক চা, বুলি ৰৈ আছে। কাকতৰ যি মূল্য, জাননী কেইখনৰ মূল্য তাতকৈ চৰা।

জোনাকীয়ে কলে, কিয় অসমীয়া ছোৱালীৰ মূল্যযে আৰু চৰা। বন্ধা বঢ়া কৰিব, কাপোৰ বব আৰু ওচৰ চুবুৰীয়াৰ নানা দোষ-ত্ৰুটিৰ বাইচ কৰিব। আৰু কি লাগে?

ৰহণে কলে, "কিয় আচল গুণটো পাহৰিলাই?"

সকলোৰে যে বণং দেহি ভাৰত পাকৈত সৈনিক। অৱশ্যে যুদ্ধ ক্ষেত্ৰত নহয়, বাক যুদ্ধত মুখে মুখে। সেই অৱস্থাত তেওঁলোকৰ মুখৰ পৰা ওলোৱা শব্দ ধ্বনিয়ে সৰস্বতীকো চেৰ পেলায়।

তাতকৈ গেলা গপটো? ওফোন্দা কথাবোৰ?

সেইবোৰ কৈ লাভ নাই। অসমীয়া জাতিটোৱে বহুতো সংস্কাৰ কৰিব লগীয়া আছে। তিৰোতা ছোৱালীৰ কথাটো পিচ কথা। প্ৰত্যেক অসমীয়াই বৰ্ত্তমান সময়ত নিজৰ স্বাৰ্থৰ বাহিৰে আন নুবুজে।

সমাজ দেশ সেইবোৰ মুখৰ মহলা। কিন্তু অলপ স্বাৰ্থ বিসৰ্জ্জন দিব হলে কত ভবা, গুণা-গথা।

জোনাকী, এইবোৰ কথা কৈ লাভ নাই। যদি বাতৰি কাকত উলিয়াব খোজ তেন্তে আমি কেউজনেই টকা-কড়িৰে সহায় কৰিম। বিশেষত ৰুচিয়া এজনেও এই বিষয়ে সহায় কৰিব খুজিছে। এনেতে হেমেনীয়ে আহি কলে—মই অলপতে লক্ষৌলৈ যাম। বৃত্তি পাবৰ আশা হৈছে। তাত গীত বাদ্য শিকিম।

বহণে কলে সেইটো ভাল কথা। আমি গীত বাদ্যত কোনোমতে পিচপৰি থাকিব নোৱাৰো। তুমি তাত ভালকৈ শিকি আহি অসমীয়া লৰা-ছোৱালী বিলাকৰ মাজত গীত বাদ্যৰ ঢৌ তুলি এটা সজাগ জাতি কৰি—সেইবিলাকক পাকৈত কৰি তুলিব লাগিব। কিন্তু তাত অকলে থাকিব পাৰিবি ?

কিয় নোৱাৰিম বাইদেউ। তাত ছোৱালীৰ বোৰ্ডিঙত থাকিম।

অহা যোৱা ?

সেইটোলৈ মই আজি কালি ভয় নকৰোঁ। যদি মেম বিলাকে অকলে গোটেই পৃথিবী ঘূৰিব পাৰে তেন্তে আমি অকলে অহা যোৱা কৰিব নোৱাৰিম নে ? প্ৰত্যেক খোজতে যি দেশত পুৰুষৰ সহায় লব লাগে সেই দেশৰ নামত অপযশ নহৈ নোৱাৰে।

কথা কৈ থাকোতে মোহনে সোমাই আহি মাত দিলে "ৰহণ"।

ৰহণে মোহনক দেখি "ইমান দিনৰ মূৰত কলৈ আহিছা ?"

মোহনে কলে তোমালোকৰ বাতৰি লবলৈ।

ইমান দিনৰ মূৰত ?

কিয়, আহিলে বেয়া পোৱা ?

বেয়া কিয় পাম। মানুহৰ ঘৰলৈ মানুহ আহিলে বেয়া পাইনে।

সেইটো বুজো। বিশেষত তোমালোকৰ কেতিয়াও তেনে নহয়। লিখা পঢ়া জনা ছোৱালীৰ শিক্ষাৰ গুণেই বেলেগ। তোমালোকে এতিয়া খোৱা-লোৱাত অসুবিধা পোৱা নাই ?



অসুবিধা। খোৱালোৱাত সুবিধা নো কোনে পাই ? খোৱালোৱাৰ ইচ্ছা যিমানেই বঢ়োৱা যাই সিমানেই বেচি হয়। তুমি আজি কালি কি কৰা ?

কি কৰিবা। ইমানদিন চাকৰি বিচাৰি হাবাথুৰি খালো। কিন্তু এটা চাকৰি যোগাৰ কৰিব নোৱাৰিলো। তথাপি দেউতাই মাহে মাহে টকা দি আছে তাৰে চলি আছোঁ। জানাই নহয় আমাৰ ঘৰত টকা-কড়িৰ অভাব নাই। দেউতা চাহ বাগিচাৰ বৰ কেৰাণী। ককাইদেউ হাকিম।

মোহনৰ কথাবিলাক মুঠতে ৰহণৰ ভাল নালাগিল ; কাৰণ, সেই কথাৰ ভিতৰত মুঠতে স্বাৱলম্বনৰ অভাৱ।

দ্বিতীয়তঃ বংশ গৌৰৱৰ ভেমটো—মেৰিয়াই আছে।

মোহনে কৈ গল। আমি দুপুৰুষলৈ একো নকৰিলেও খাব পাবোঁ।

ৰহণে কলে তোমালোকৰ দৰে সুবিধা বহুতৰে নাই।

কেৱল সেয়ে নহয়, গাইভৰা গোহালী, মাছ-ভৰা পুখুৰী, ম'হৰ বাথান, ধান-ভৰা ভঁৰাল সকলো পিনে চকুত লগা। কুহিয়াৰ গুৰৰ অন্তই নাই। পদুলি মুখতে তেলপেৰা, তেলৰ অভাৱ নাই।

মোহনৰ আগৰ কথাবোৰত ৰহণৰ ভাল নালাগিলেও—পিচৰ কথাষাৰ ৰহণৰ মনত লগা। কিয়নো সেই কথাষাৰত যদিও মোহনৰ সমুলি গৌৰৱ নাই কিন্তু তেনেভাবে নিজৰ ঘৰত সকলো বস্তু থকাটো আৰু পৰৰ ওপৰত নিৰ্ভৰ কৰিব নলগীয়া ঘৰৰ আদৰ্শটোৱে—ৰহণৰ মনত প্ৰফুল্লতা আনিলে। ৰহণে কলে, অসমৰ ঘৰে ঘৰে এনে আদৰ্শ হোৱা যুগুত। কিন্তু আজিৰ ডেকা সকলে যি পন্থা লৈছে এনে আদৰ্শ ঘৰ হব ছাৰি ঘৰে ঘৰে হাহাকাৰ হে দেখা দিব।

মোহনে কলে, কেতিয়াবা টকা লাগিলে কবা।

টকা, কিমান টকা দিব পাৰা ?

বেচি দিব নোৱাৰোঁ, দহ পাঁচ টকা। জানাই নহয় দেউতা আৰু ককাইদেৱে পঠিওৱা টকাৰ পৰাহে দিব পাৰিম।

ৰহণে মনতে হাঁহি মুখত সেইটো ভাব নেদেখুৱাই লাহে লাহে কলে, পৰৰ ওপৰত নিৰ্ভৰ কৰি থকা অৱস্থাটো বৰ শোচনীয়। তুমি সৰু চাকৰিলৈ আশা এৰি কিবা কাৰবাৰত ধৰা। ব্যৱসায়ত বহুতো টকা আছে।

ব্যৱসায়ত টকা আছে সঁচা; কিন্তু আমিতো যেই সেই ব্যৱসায় কৰিব নোৱাৰো। দেউতা আইৰ সম্ভ্ৰম ৰাখিব লাগিব। বংশ গৌৰৱ খাব নোৱাৰো।

এই ভাবটো ললে ব্যবসায়ত উন্নতি কৰা অসম্ভব।

তুমি জানো মই এটা সৰু ব্যৱসায়, যেনে বিড়ি-পাণৰ দোকান দিলে ভাল পাবা ?

মই ভাল পাওঁ নেপাওঁ সেইটোলৈ ভাবিছা কিয় ? তুমি কিহৰ বলত উধাৰ পাবা সেইটোলৈ চেষ্টা কৰা। যদি ডাঙৰ ব্যৱসায় কৰা, দেউতাৰাৰ হেনো বহুতো টকা আছে। তেওঁৰ পৰা কিছু টকা আনি এটা ভাল কাৰবাৰ বিচাৰি লাগি যোৱা।

অৱশ্যে আমি ভালকৈ খাই বৈ থাকিব পাৰিলেও দেউতাৰ সিমান টকা নাই যে মোক ডাঙৰ ব্যৱসায় কৰিব দিব পাৰে। কিন্তু সৰু ব্যৱসায় মই কৰি হাঁহিয়াতৰ পাত্ৰ হব নোৱাৰোঁ।

এই কথা কওঁতে কালিন্দ্ৰী সোমাই আহি কলে, বাইদেউ মই এটা ফিল্ম কোম্পানীৰ লগত বন্দবস্ত কৰিলো—ইয়াত ফিল্ম চলাম। ঘৰে, মেচিনে মই হিচাব কৰি চাইছোঁ প্ৰায় পচিশ হাজাৰ টকা লাগিব। বৰ্ত্তমানে সৰুকৈ আৰম্ভ কৰোঁ। পিচত আচল ফিল্ম কৰা ব্যবসায়ত লাগিব পাৰিম।

ৰহণে কলে, এতিয়া তোৰ নামত বেঙ্কত কিমান টকা আছে ?

প্ৰায় পঞ্চাশ হাজাৰ !

তেন্তে মই কবৰ হলে এই ব্যৱসায়টো বৰ্ত্তমানে ধৰিব নালাগে।

কিয় ?

অসমত এই ধৰণৰ কথা ছবিৰ ঘৰ কৰি বৰ লাভ কৰিব পৰা নাই।



মোৰ মনেৰে আৰু কিছু টকা হলে একেবাৰে ফিল্ম—নতুন ধৰণে কৰি অসমীয়া আৰু হিন্দী কথাছবি উলিয়াই গোটেই ভাৰততে চলা কৰিব লাগিব। তেহে এই ব্যৱসায়ত ভালকৈ উন্নতি কৰিব পাৰিবি।

তেন্তে, বৰ্ত্তমান আন কি ব্যৱসায়ত—টকা খটুৱাও ? টকা বিলাক কেৱল বেঙ্কত থৈয়ে বা লাভ কি !

এৰা, কিন্তু ফিল্ম ব্যৱসায় খোলাৰ আগেয়ে হেমেনীক গীত-বাদ্যত ভালকৈ পাৰ্গত কৰি আনি এটা ফিল্ম কোম্পানীত কাম কৰিব দি সেই সম্বন্ধে সকলো জ্ঞান লাভ কৰিবলৈ সুবিধা দিব লাগিব। যি ব্যৱসায়ত ধৰা যায় সেই সম্বন্ধে সম্পূৰ্ণ জ্ঞান থকা নিজৰ মানুহ নহলে ব্যৱসায়ত ঘাটি খাব লাগে।

তেন্তে বৰ্ত্তমান আন কি ব্যৱসায়ত ধৰোঁ ?

জোনাকীয়ে বাতৰি কাকত উলিয়াব খুজিছে। কেই হাজাৰ মান টকাৰে এটা প্ৰেছ আন। নিজৰ প্ৰেছ নহলে কাকত চলোৱা সুবিধা নহয়।

কিন্তু প্ৰেছৰ কাম যে আমি কেঁৰে ভালকৈ নেজানো।

জোনাকীক মই আজিয়ে প্ৰেছত ভৰ্ত্তি কৰিবলৈ স্থিৰ কৰিছো। প্ৰেছ আৰু বাতৰি কাকতৰ অলপ আভাষ পালেই এই ব্যৱসায় লব লাগিব। তদুপৰিও মোৰ ভাব আছে অসমত এটা কম দামৰ গল্প-উপন্যাস গ্ৰন্থচিৰিজ উলিয়াবলৈ। সেইটোৰ দ্বাৰা অসমত পঢ়ুৱৈৰ সৃষ্টি হব। লগে লগে আমাৰ কাৰবাৰতো সহায় কৰিব। তই আৰু কেইমাহ মান সেই কাৰবাৰতে লাগি থাক। জোনাকী বৰ বুদ্ধিমতী, অলপ দিনতে প্ৰেছ আৰু বাতৰি কাকত চলোৱাত পাৰ্গতালি লভিব পাৰিব।

কালিন্দ্ৰীয়ে কলে, বাৰু সেয়ে হওক, কিন্তু কথাছবিৰ কথা মোৰ কল্পনাৰ পৰা আতৰ নহয়।

মোহনে ইমান পৰ শুনিয়ে আছিল, তাৰ মনত লাজভাব উপজিছিল। যেয়ে হাজাৰ হাজাৰ টকাৰ ব্যৱসায়ৰ কথা কয়, তেওঁলোকৰ আগত দহ পাঁচ টকাৰ সহায়ৰ কথা কোৱাটো কেনে লাজৰ কথা, সি মৰ্ম্মে মৰ্ম্মে অনুভব কৰিছিল। তদুপৰিও সি ভাবিছিল, কেনেকৈ ইমান

কম বছৰতে তাইহঁতে—ইমান টকাৰ অধিকাৰী হল ? তেওঁলোক আজি দীন-দুখীয়া দুৰ্ব্বলী অবলা নহয়। বৰং সিহঁতক ধনীৰ দলতে সুন্দৰ ভাবে ধৰিব লাগে। সিহঁতক সহায় কৰা কথা দূৰৈৰ কথা এতিয়া সিহঁতে বহুতকে সহায় হে কৰিব পাৰে। এনে অৱস্থাত তাৰ নিচিনা দিন বক্ষা প্ৰাণ বক্ষা কৰা লোকে তাৰ মনৰ পাপ আশা পলুৱাবলৈ দিয়া প্ৰলোভন যে সমুলি তুচ্চ-তাচ্চিল্যৰ বস্তু সি—সেইটো ভালকৈ অনুভৱ কৰি লাহে লাহে উঠিবলৈ চেষ্টা কৰিলে।

মই এতিয়া আহোঁ বহণ। তহঁত যে ইমান টকাৰ মালিক সপোনতো কল্পনা কৰিব নোৱাৰিছিলোঁ। তহঁতৰ কথা-বতৰা, চলণ-ফুৰণৰ সাজ-পাৰ, একোতে তেনে ভাব ফুটি ওলোৱা নাই। তহঁতক ধন্যবাদ! এতিয়া আহিলোঁহে, বুলি সি উঠিল। কিন্তু ওৰে বাটত তাৰ কত ভাব খেলালে—সি ভাবিলে, ইমান কম সময়তে ইমান টকা অৰ্জ্জন—যেন আলাউদ্দিনৰ লেম্পৰ হে কাম। সি ভাবিলে কিহৰ দ্বাৰা ইমান টকা পালে। কোনোবা চাহাবক হাত কৰি তাৰ যথাসৰ্ব্বস্ব বোধকৰো লুটিলে। নে চক্ৰপানীয়ে তলে তলে সকলো প্ৰকাৰে সহায় কৰি বাপেকৰ সকলো টকা-কড়ি ইহঁতৰ তাতে অঞ্জলি দিলে। নিশ্চয় বেয়া কামৰ দ্বাৰা নহলে ন্যায় মতে এই টকা অৰ্জ্জা অসম্ভৱ। এই ধাৰণাটো তাৰ মনত স্বতসিদ্ধ!

( ১৬ )

জোনাকীয়ে প্ৰেছত কাম কৰিছে। প্ৰেছৰ স্বত্বাধিকাৰী জন সম্ভ্ৰান্ত বংশৰ বুলিয়ে চিনাকি দিয়ে। অৱশ্যে সেই "সম্ভ্ৰান্ত" শব্দটো আগেয়ে যেনেভাৱে ব্যৱহাৰ হৈছিল আজি তেনেভাৱে ব্যৱহাৰ নহয়। আগেয়ে সম্ভ্ৰান্ত মানে টকাৰ বলত নাইবা পদবীৰ বলত আনৰ ওপৰত প্ৰভূত্ব কৰিলেই সম্ভ্ৰান্ত হব পাৰিছিল। আৰু তেনে



লোকৰ বংশই ভঙা হওক চিঙা হওক ভুঞাৰ পোৱালী, ফটা হওক চিতা হওক পাটৰ টঙালি স্বৰূপে কেবা পুৰুষো জন সাধাৰণৰ ওপৰত প্ৰভূত্ব চলাইছিল। স্বত্বাধিকাৰ জন আন নহলেও ধনৰ বলতেই সম্ভ্ৰান্ত স্বৰূপে সমাজত চিনকি পাইছিল। মটৰত ঘুৰিছিল, বিলাসিতাৰ উচ্চ ঠাই অধিকাৰ কৰিছিল। লগে লগে সুবিধা পালে যিমান পাৰে ছলে-কৌশলে টকা আৰ্জ্জিছিল আৰু নৈতিক দোষত যিমান পাৰে নামিছিল বা কোনো কোনো পৰিয়ালকো নমাইছিল। যেন তেওঁ সংসাৰলৈ আহিছে এপিনে টকাৰ ঝনঝননি আৰু জিলিমিলি চাবলৈ আনপিনে ওচৰে কাষে যত সৌন্দৰ্য্য, মনোহৰ ৰূপ-মাধুৰ্য্য হৰণ কৰিবলৈ। গতিকে এনে স্বত্বাধিকাৰৰ আগত বহণে জোনাকীক তেওঁৰ প্ৰেছত কাম দিবলৈ অনুৰোধ কৰিছিল তেতিয়া তেওঁ নিৰাশ হোৱা নাছিল।

ধনগৰ্ব্বী কামুক নলিনী বৰুৱাই গহীনাই কৈছিল মোৰ প্ৰেছত তিৰোতা ছোৱালীক কাম দিবলৈ মইঁ ভাবিয়ে আছোঁ। কিয়নো আমাৰ দেশত তিৰোতা সকল আগৱণুৱা হৈ নোলালে আমাৰ উন্নতি নাই। বিশেষতঃ মোৰ যিখন বাতৰি কাকত আছে তাতো তিৰোতা সকলক ঠাই দি অসমীয়া তিৰোতাৰ মাজত এটা জাগৰণ লগে লগে সাহিত্য চৰ্চ্চাৰ বাট মুকলি কৰিব খোজোঁ; কিন্তু আজিলৈকে তেনে ছোৱালী পোৱা নাই। যি নহওক তোমাৰ প্ৰস্তাৱটো শুনি বৰ ভাল লাগিছে। তেওঁক কাইলৈ প্ৰেছলৈ আহিব দিবা। পিছে এটা কথা প্ৰেছত বৰ্ত্তমানে সকলো মুনিহ কৰ্ম্মী। তাৰ মাজত জানো কাম কৰিবলৈ ভাল পাব?

সেইটোলৈ আপুনি ভাবিব নালাগে।

কিন্তু আৰু এটা কথা ভাবিব লগীয়া; যদি মুনিহ কৰ্ম্মী সকলে আপত্তি কৰে নাইবা আপত্তি নকৰিলেও সিহঁতে বেয়াপথ অবলম্বন কৰি মোৰ প্ৰেছৰ বদনাম আনে।—বুলিয়েই অলপ থমকি ৰল। অলপ পিচতে কলে নতুন কথা কৰিব গলেই গৰিহনা আছেই। গতিকে বাৰু এতিয়া যোৱা। কাইলৈ তেওঁক প্ৰেছলৈ পঠিয়াই দিবা। মইয়ো ইপিনে সকলো কথা সুধিপুচি চাওঁ।

বহণ ততালিকে উঠিল। নলিনীবৰুৱাই বহণৰ অহা যোৱা, ভাৱ ভঙ্গীলৈ বিশেষকৈ চকু কৰিলে। বহণৰ অন্তৰত কি আছে সেইটো অনুসন্ধান কৰিবলৈ তেওঁৰ শক্তিও নাই বা মনো নাই। কিয়নো তেওঁৰ জীৱনৰ ডাঙৰ অভিজ্ঞতা সকলো মানুহকে টকাৰে বা ধন বস্তুৰে বশ কৰিব পাৰি। গতিকে মানুহৰ মনস্তত্বলৈ ভাবি তেওঁৰ মূৰ নষ্ট কৰিব কিয়? যি নহওক বহণৰ বাহ্যিক অঙ্গ-ভঙ্গী চলন ফুৰণৰ আওভাওত নলিনী বৰুৱাৰ ভাব হল বহণ এজনী শিক্ষিতা চঞ্চলা আৰু ধনলৈ আশা-কৰোতা অনুগ্ৰহপ্ৰাৰ্থী ছোৱালী! গতিকে দূৰৈৰ টিকাৰ ওচৰলৈ অহাত এপিনে তেওঁৰ যেনে আনন্দ আনপিনে সেই টিকাৰ যাতে হাত সাৰি মুকলি হৈ যাব নোৱাৰে সেইটোলৈকো তেওঁ ভালকৈ জাল তৰিবলৈ মন মেলিছে। তেওঁ ভাবি থাকোঁতে বাতৰি কাকতৰ সম্পাদক আৰু প্ৰেছ মেনেজাৰ আহিল। তেওঁলোকৰ আগত তেওঁ বহণৰ কথা কোৱাত মেনেজাৰে কলে সেই অঘাইতং ছোৱালী কেইজনী! সেই কেইজনীৰ কেলেঙ্কাৰী কিমান শুনিব? আকৌ বাটৰ কচু গাত ঘহিব খোজেনে? সম্পাদক জন সাহিত্যত ৰাপ থকা। বিশেষকৈ ৰোমান্টিচিজিম্ থকা সাহিত্য পঢ়িয়ে তেওঁ বিএ মহলা ডেৰাই আহিছে! যিবিলাকে বঙালী বা ইংৰাজী সাহিত্য পঢ়িছে সেইবিলাকৰ মাজত ৰোমান্টি-চিজিম থকা ফ্ৰইডৰ নীতিত গঢ়া সাহিত্যতে তেওঁ বেচি ভাগ সময় কটাইছে। গতিকে নৈতিক বা জাতি গঠনৰ সহায় কৰা সাহিত্য তেওঁ চৰ্চ্চা নকৰিলেও তেওঁৰ ভাব শিল্প কলাত, লিখাৰ চাতুৰ্য্যত উন্নতি কৰিবলৈ সকলো পিনে সৌন্দৰ্য্য লাগে। গতিকে প্ৰেছৰ এনে ধৰণৰ কামত সুন্দৰী ছোৱালী বহুৱাব পাৰিলে অন্ততঃ মাজে সময়ে ৰংৰহইচ আৰু আনন্দ হব আৰু একেধৰ্ণৰ কামত উদাসীনতা গুচিব। গতিকে তেওঁ কলে সমাজে কথাযাৰ ভাল নাপালেও আমি নতুনত্ব কৰাত কি বাধা?

স্বত্বাধিকাৰীয়ে তেওঁৰ কথাত সাহ পাই কলে, এৰা পুৰণি ধৰণে চলি থাকি নিকপকপীয়া ৰীতি-নীতিতে খামোচ মাৰি ধৰি থাকিলে জাতিৰ



উন্নতি নহয়। বিশেষকৈ এই পঢ়াশুনা ছোৱালী বিলাকে ক'তো কাম নাপালে তেওঁলোকে পঢ়িবলৈ আগুৱাব কিয়? আমি তিৰোতা ছোৱালীৰ শিক্ষাৰ উন্নতিলৈকো ভাবিব লাগে। যি নহওক কাইলৈ আহো বুলিছে, যদি ভাল দেখা এটা কাম দিবা। পিচ দিনা বহণ আৰু জোনাকী প্ৰেছত উপস্থিত হল। সেই দিনা স্বত্বাধিকাৰী আন কাম চোৱা চেলুত প্ৰেছত নিয়মমতে আগেয়ে উপস্থিত হৈছিল।

বহণ গৈয়ে তেওঁলোকৰ লগত কথা পাতিলে। ঘূৰি পকি প্ৰেছ চালে। বাতৰি কাকতৰ সম্পাদকৰ লগত কিবা এটা প্ৰবন্ধৰ তৰ্ক কৰিলে। বাতৰি লগতে কলে, বাতৰি কাকতবোৰত বাঘ মৰা বা বান্দৰ খেদাৰ বাতৰি দি মানুহৰ মন আকৰ্ষণ কৰিব নোৱাৰি। সেইবোৰ গুছাই বাতৰি কাকতবোৰ সবল নীতি, গঠনমূলক আদৰ্শ আৰু তীব্ৰ সমালোচনা কৰিবলৈ মৌলিকতাৰ আশ্ৰয় লব লাগিব। সম্পাদকে কলে, সমালোচনা কৰিব গলেই আমি মানুহৰ লগত বেয়া হব লাগে। তাৰ ফলত কাকত বন্ধ কৰিব লগীয়া হয়। মেনেজাৰে জোনাকীৰ লগত কথা পাতিলে "মোল্লাৰ দৌৰ মচিদ"। মেনেজাৰে যদিও বি-এ পাচ কৰিছিল কিন্তু পাঠ্য কিতাপ কেইখনৰ বাহিৰে তেওঁ একো নাজানে। বাহিৰা জগতৰ লগত তেওঁৰ পঢ়া অৱস্থাত সম্বন্ধ নাছিল, এতিয়াও তেওঁ প্ৰেছৰ কাম, প্ৰেছৰ কৰ্মচাৰী সকলক দাবি ধমকি দি চলোৱা আৰু জমা খৰচৰ হিচাব কৰাতে সদাই ব্যস্ত।

তেওঁ সুধিলে, তুমি কিমান পঢ়িছা? জোনাকীয়ে সকলো কথা লুকাই কৈছিল অসমীয়া আৰু ইংৰাজী কিছু জানো।

তেন্তে আখৰ গথা কামত পাৰিবা। কিন্তু কাম ভালকৈ কৰিব লাগিব। নিয়মমতে আহিব লাগিব। সেইটোত মই বৰকৈ লাগোঁ। কাম যেনে নহওক আচল সময়ত উপস্থিত হবই লাগিব। ভাৰতীয় সকলে এই শৃঙ্খলতাটো কিয় নুবুজে কব নোৱাৰোঁ।

জোনাকীয়ে কৈছিল, আপুনি এনে কথাত লাগি অভাৰতীয় কৰিব খুজিছে।

ভাৰতীয় হলোঁ বুলিয়েই যে ভাৰতৰ সকলো বেয়ানীতি গ্ৰহণ কৰি আনক পেংলাই কৰি আনবোৰ দলিয়াব লাগিব সেইটো হব নোৱাৰে।

আপোনাৰ তলত কামকৰা কৰ্মচাৰী সকলে দেখিছোঁ আপোনাৰ উপদেশ গ্ৰহণ কৰিব পাৰিলে এদিনা পৃথিবীতে জিলিকি উঠিব। কথা-ষাৰৰ ভিতৰৰ সাৰ মৰ্মলৈ মন নিদি পোনপতীয়া মেনেজাৰে খপৰাই কলে—মোৰ তলত যেয়ে এবাৰ কাম কৰিছে সি বুজিছে কামত কেনেভাবে উন্নতি কৰিব পাৰে। মই সকলোতকৈ আগ কৰো দুটা কথা। ঠিক সময়ত অহা আৰু নিজৰ কৰ্তব্য কৰোতে ওপৰৱালাক মান-সৎকাৰ কৰা।

অৰশ্যে আপোনাৰ আগৰতো ইয়ুৰোপীয় অৰ্থাৎ পাশ্চাত্য আৰু দ্বিতীয়টো ভাৰতীয় অৰ্থাৎ প্ৰাচ্য! দেখিছোঁ আপুনি সুন্দৰভাবে প্ৰাচ্য-পাশ্চাত্যৰ মিলন কৰিছে। মেনেজাৰে জোনাকীৰ কোমল মাতেৰে কোৱা কথা কেষাবৰে তেওঁক প্ৰশংসা কৰা দেখি আচল মৰ্ম বুজিব নোৱাৰি আনন্দত উতলা হৈ কলে জাতি গঠনত লাগে শৃঙ্খলতা।

এবা, আপুনি কেবল এই প্ৰেছটোতে বন্ধ হৈ নাথাকি জাতি গঠনত লাগিলে আজি দেশৰ নেতা হিচাবে জনাজাত হলহেতেন আৰু দেশেও বহুত লাভ কৰিব পাৰিলে হেতেন।

কি কোৱা আমাৰ নেতা সকলে এই দুটা কথা নুবুজি কাম কৰিব যায় তাৰ ফলত কত বিশৃঙ্খলতাই দেখা দিয়ে। মই যি কামতে লাগো তাত শীৰ্ষস্থান অধিকাৰ নকৰাকৈ নাথাকো। দেশৰ কামত লগা হলেও আজি মুধাফুটা নেতা হবই পাৰিলো হেতেন। মই লগা বস্তুৰ বাহিৰে আন একো নলওঁ। আনকি পঢ়া কালত স্কুলত লগা পাঠ্য কেইখনৰ বাহিৰে আন পঢ়ি মোৰ মূৰ ঘোলা কৰা নাই।

জোনাকীয়ে এইবাৰ মনে মনে হাঁহি কলে, আপুনি দেখিছো অসমীয়া জাতিৰ ডাঙৰ আদৰ্শ। স্বত্বাধিকাৰ আহি কলে, বুজিছা তোমাৰ কাম হল। মাহে বৰ্তমানে এশ টকা ৰূপ পাবা। পিচত উন্নতি কৰিলে আৰু বেচি পাবা। মই টকালৈ চোৱা মানুহ নহওঁ। মোক লাগে কাম। মেনেজাৰে কলে সেইটো কব লাগেনে? কেৱল প্ৰেছৰ লোক সকলে সেইটো নুবুজি কেবল ধৰ্ম্মঘট কেৱল কম দৰমহা এইবিলাক আওৰায়। মই সিহঁতক কও কাম কৰি দেখুৱা আপোনা আপুনি দৰমহা বাঢ়িব।



ধৰ্ম্মঘট কৰি কি লাভ পাব? মইতো অলপতে ভয় খোৱা লোক নহয়। এই সিহঁতৰ ধৰ্ম্মঘটৰ মূল উভালিবলৈ এনে ব্যৱস্থা কৰিবলৈ আগ বাঢ়িছোঁ।...ছোৱালী সকলক প্ৰেছত লব পাৰিলে বহুতো দুখীয়া ছোৱালী আছে, তেওলোকে পঢ়িছে কিন্তু পঢ়িশুনি কাম নাপায়। সেই-বিলাকে অতি কম বেতনতে প্ৰেছৰ কামত লাগিব। অৱশ্যে বৰ্ত্তমানে এওলোকক বেচি দৰ্ম্মহা দি ছোৱালী বিলাকৰ মন এই কামলৈ আকৰ্ষণ কৰো।

মেনেজাৰে কলে আপোনাৰ বুদ্ধি অতুলনীয়।

এনেতে জোনাকীয়ে মাত লগালে কিন্তু এই বুদ্ধিৰে হয়তো আপোনাৰো সৰ্ব্বনাশ হব পাৰে।

মেনেজাৰে কলে, কেনেকৈ?

যদি প্ৰেছৰ কৰ্ম্মী সকল তিৰোতা ছোৱালীয়ে হয় তেন্তে মেনেজাৰীয়ো তেওঁলোকেই অধিকাৰ কৰিব পাৰে। স্বত্বাধিকাৰে এই কথাত মনে মনে হাঁহিলে। কিন্তু মেনেজাৰৰ গৰ্ভ গেলি গল। কিয়নো তেওঁ আন নাজানিলেও এইটো ভালকৈ জানে লৱনী মাত আৰু ৰূপহ মুখে জগত জয় কৰিব পাৰে। সামান্য স্বত্বাধিকাৰৰ কথা দূৰৈতে থোৱা। যি নহওক তেওঁ সেই কথাত চেপা দি কলে ভবিষ্যত বহুতো দূৰৈত। অসমীয়া ছোৱালীয়ে কাহানিবা প্ৰেছত কাম কৰিবহি সেইটো এতিয়া ভবা আকাশত চাং পতা। এওঁৰেই কেনে কাম কৰে চাওকছোন। স্বত্বাধিকাৰে অলপ ইপিনে সিপিনে ঘূৰি আকৌ ৰহণৰ কাষ পাই কলে, মোৰ মটৰ যাব, মটৰতে যাবানে?

ৰহণে কলে যাব পাৰোঁ।

তেন্তে বলা ঘৰলৈ চমু হব। জোনাকীয়ে কাম শিকক। ৰহণ উঠিল। স্বত্বাধিকাৰেও লৰালৰিকৈ ড্ৰাইভাৰক মাতি মটৰ চলাবলৈ হুকুম দিলে। ৰহণ আৰু স্বত্বাধিকাৰ মটৰত একেলেগে যোৱা দেখি

প্ৰেছত কাম কৰা লোক সকলে ইজনে সিজনে চকুৰ ইঙ্গিত কৰিলে। মেনেজাৰহঁতৰ আৰু জোনাকীৰ পৰা নিলগত থকা দুই এজনে গলা-গপা কৰিলে এইবাৰ ভাল চিকাৰ মিলিছে। এজনে কৈছে এতিয়া ইজনীয়ে ইয়াতে কাম কৰিব যেতিয়া মোৰ কাষত কৰিলেই ভাল হয়। আন এজনে মাত লগাইছে এনেবোৰক কামত ললেতো আমি দৰ্মহা নোহোৱাকৈও নিশা বাৰ বজালৈ কাম কৰি থাকিব পাৰোঁ। কি কোৱা?

যি নহওক এই ঘটনাই গোটেই প্ৰেছতে এটা নতুন উলহ-মালহৰ সৃষ্টি কৰিলে। সম্পাদক আৰু মেনেজাৰৰ ভিতৰত মনে মনে ভাব হল নিজৰ শাখাত জোনাকীক কামত লগাব পাৰিলে ভাল। প্ৰধান প্ৰিণ্টাৰৰ ভাব হল মোৰ তলত কাম শিকিবই লাগিব। আন আন প্ৰিণ্টাৰ সকলৰ ভাব কাৰ কাষত বহি কাম শিকে। কোনে কেনেকৈ জোনাকীক কোন প্ৰলোভনেৰে হাত কৰে। কিন্তু কাৰো মনত নেখেলালে যে জোনাকী অসাধাৰণ ছোৱালী। জোনাকী টকাৰ অভাবত প্ৰেছলৈ অহা নাই। জোনাকী কোনো প্ৰলোভনৰ পাত্ৰী নহয়। যি নহওক জোনাকীৰ ইচ্ছামতে মেনেজাৰে আখৰ গথা কামতে লগালে। অৱশ্যে বাতৰিৰ সম্পাদক এই কথাত বৰ আনন্দিত নহল। তেওঁ জোনাকীৰ ওচৰলৈ আহি এবাৰ কলে, কাকতৰ সম্পাদন কামত পাৰ্গতালি লাভ কৰিব পাৰিলে সময়ত ডাঙৰ কাকতৰ সম্পাদিকাও হব পাৰিলা হেতেন। বা কলিকতা হেন ঠাইতো নাম কৰিব পাৰিলা হেতেন। কিন্তু সামান্য প্ৰেছৰ আখৰগথা কম্পোজিটৰ হৈ ভবিষ্যতত একো উন্নতিৰ আশা নাই। অৱশ্যে মই এইটো কৰ্ত্তব্য বুলিহে কৈছো। কিয়নো অসমীয়া ছোৱালী সকলৰ ভবিষ্যত সম্বন্ধে ভবাও আমাৰ গধুৰ কৰ্ত্তব্য। জোনাকীয়ে কলে "আপোনাৰ সহৃদয়তা প্ৰশংসনীয়। কিন্তু প্ৰথমে মই প্ৰেছৰ কামবোৰহে শিকিব খোজোঁ।" এনেতে হেড্ প্ৰিণ্টাৰ কাষলৈ আহিল। তেওঁ মাত লগালে, সম্পাদক দেউতা যেয়ে যি কাম ভালপায় সেইটোহে কৰিব। সকলো মানুহটো আপোনাৰ দৰে নহয়, কেৱল পঢ়িব আৰু লিখিব। আপোনাৰ কাম দেখি বিচুৰ্ত্তি পাওঁ! তেনে কাম কৰাতকৈ ঘোঁৰাৰ ঘাঁহ



কাটি ফুৰাই ভাল। কেৱল মূৰগুজি পঢ়া আৰু লিখা, তেনে কাম কোনোবা বুধি থকা লোকে কৰেনে। জোনাকীলৈ চাই কলে, আপুনি তেনে কামত মন নেমেলিব। প্ৰেছৰ কাম শিকক মই সকলো সুবিধা দিম। আনকি আপুনি কাম নকৰি বহি থাকিলেও মাহৰ দৰ্মহা পাব। জোনাকীয়ে হাঁহি মাৰি কলে, এৰা আমাক লাগে দৰ্মহাহে কাম যিয়ে নহওক। কোনে চৱিবশ ঘণ্টা মূৰ ঘমাই মৰে।

হেড্ প্ৰিণ্টাৰৰ গা উঠিল! আপুনি এই কামত থাকিলে বৰ সুখত থাকিব পাৰিব। মই নিজেই আপোনাৰ হৈ কাম কৰি দিম। নহলে আনৰ হতুৱাই কৰাম। কোনে আপোনাৰ হকে কাম নকৰিব!

সম্পাদকে মাত লগালে "তথাপি ভবিষ্যত উন্নতিৰ কথা ভাবিব লাগে।" এনেতে মেনেজাৰ আহি···হেড্ প্ৰিণ্টাৰলৈ চাই কলে, এখন বেয়া কেচত প্ৰথমে বহুৱাই তেওঁক আখৰ গাথিবলৈ শিকোৱা! দুদিনমান পিচত হে কম্পোজ কৰিব দিবা!

"ভাল কথা দেউতা! মই নাজানো নে! মোৰ তলত কত গৰুক মানুহ কৰিলো। আহক আইদেউ! মই আপোনাক দিনচেৰেকতে ভাল কম্পোজিটৰ কৰি তুলিম।" জোনাকী উঠিল আৰু হেড প্ৰিণ্টাৰে দেখুৱা এখন কেচৰ ওচৰত বহি আখৰবোৰ লাৰিব ধৰিলে। হেড্ কম্পোজিটৰে কোন খোটালীত কোন আখৰ আছে, কেনেকৈ গাঠে সকলোবোৰ দেখুৱাব ধৰিলে। সিদিনা তাৰ উলহ-মালহ কোনে চায়? একোবাৰ দেখুৱাতে আখৰ গোঠাত বেয়া হোৱা বুলি তেওঁৰ হাত খন ধৰি নতুনকৈ আখৰ গুঠিব দিয়ে। হাত খন স্পৰ্শ কৰোতে যেন কত আনন্দ। সাধাৰণ মনৰ আৰু কি ডাঙৰ ভাব হব পাৰে? আন আন প্ৰিণ্টাৰ সকলে সিদিনা নিজৰ কামলৈ মন নকৰি কেৱল জোনাকী আৰু হেড্ প্ৰিণ্টাৰলৈকে চকু দিয়ে। মেনেজাৰে ঘনাই তালৈকে আহি হেড্ প্ৰিণ্টাৰক ইটো কাম, সিটো কামৰ কথা সোধেহি। সম্পাদকেও

মাজে সময়ে গহীনাই আহি হেড্ প্ৰিণ্টাৰক সোধেহি। "সেই বাতৰিটো ছপা হল নে? সেইটোৰ আখৰ গঠা হল নে?"

হেড্ প্ৰিণ্টাৰে উত্তৰ দিয়ে "হব ধৰিছে; যাওক ইমান ঘনাই খবৰ কৰে কিয়? নহলে তেতিয়াহে মোৰ গাত দায়!" সম্পাদকে লাহেকৈ ওভতে। কিন্তু এটা তীক্ষ্ণ দৃষ্টি—জোনাকীৰ পিনে দি ভাবে যেন জোনাকীৰ মন তেওঁৰ পিনে আকৰ্ষণ কৰিব। দুই-এটা সাহসী প্ৰিণ্টাৰে ওচৰ চাপি হেড্ প্ৰিণ্টাৰক কয়, "সেই খিনি কেনেকৈ কম্পোজ কৰেঁ দেখুৱাই দিয়কহি"।

"গৈছো যোৱা।"

কিন্তু গল কত? আকৌ প্ৰিণ্টাৰে আহি কলে কামটো পৰিয়ে ৰল। হেড্ প্ৰিণ্টাৰে উপায় নাপাই গল। বাটতে কলে "তোমালোকৰ কাৰণে নতুন মানুহক অলপ শিকাবও নোৱাৰি।" দুই এজন হেড্ প্ৰিণ্টাৰৰ লগে লগে কাম কৰা লোকে ৰহস্য কৰি কলে "ধৰমক আৰু কোনে পায়! হাততে স্বৰ্গ! আমাৰ পিনেও চাবাহে!" ধৰমে হাঁহি মাৰি উত্তৰ দিয়ে—"কাম কৰা, কাম কৰা।"

যি নহওক প্ৰেছৰ এনে উলহ-মালহ, উখল-মাখল কোনো প্ৰেম অভিনয়ৰ কৰণে নহয়, ইওঁ এটা যৌৱনৰ কাম, লালসাৰ উত্তেজনা হে। ছোৱালীৰ ৰূপ সৌন্দৰ্য্যই যেন প্ৰত্যেক যুবকৰ মাজত এটা চঞ্চলতা সৃষ্টি কৰিবৰ শক্তি ধাৰণ কৰিয়ে আছে। সৰু বৰৰ প্ৰভেদ নাই। এই মোহ কামনাৰ পৰা ডেকা সকল কেতিয়া বাহিৰ হব পাৰিব? শিক্ষা আৰু তিৰোতালৈ মান-সম্ভ্ৰমৰ জ্ঞান বঢ়াৰ লগে লগে আকৌ সদাই বহুতো তিৰোতা ছোৱালীৰ লগত একেলগে কাম কৰাৰ ফলত হয়তো এই ভাবটোৰ অন্ত হৈ এদিনা যথাৰ্থ প্ৰেমৰ মোল অসমীয়াই বুজিব পৰা হব পাৰে!

( ১৭ )

ৰহণকলৈ নলিনী বৰুৱাই নিজৰ ঘৰ পালেগৈ। তেওঁ ঘটৰৰ পৰা নামিয়ে কলে অলপ চাহ পি যোৱা। ড্ৰাইভাৰে এতিয়াই থৈ আহিব। ৰহণেও একো বৈচ-বাইচ নকৰি নামিল। দুয়ো নামি গৈ এটা সুন্দৰ কুঠৰীত বহিল।

নলিনী বৰুৱাই কলে "তোমাক তো মই ভালকৈ জানো, তোমালোকৰ সকলো কথা মই শুনিছোঁ। কিন্তু মই সেইবোৰত সমূলি দোষ নিদিওঁ। চৰিত্ৰ, স্বভাব, সতীত্ব সেইবোৰ মহাভাৰত ৰামায়ণৰ কথা। সিবোৰ ৰচনা কৰিছিল হাজাৰ হাজাৰ বছৰ আগেয়ে। কিন্তু সেইবোৰ কথা আজিৰ সমাজত খাপ খাব কেনেকৈ? তোমালোকৰ চৰিত্ৰৰ কথা কৈ যি সকলে ইতিকিং কৰে সেই সকলে নাজানে জগতৰ সোঁত কোন পিনে বৈছে। তদুপৰিও তেওলোকে নিজৰ কথা গমি নাচায়।" ৰহণে ইমান দিনে মানুহৰ মুখত, সমাজৰ মুখত সিহঁতৰ নানা অন্যায় আচৰণৰ সমালোচনাহে শুনিছে, কিন্তু প্ৰশংসা শুনা নাই। নলিনী বৰুৱাৰ মুখত সিহঁতৰ প্ৰশংসা শুনি, অৱশ্যে তেওঁ ধৰিলোৱা বেয়া আচৰণবো দোষ নাই বুলি কোৱা শুনি অলপ আচৰিত হল। সিহঁতক বেয়া বুলি কোৱা কথাৰ তাই ততালিকে প্ৰতিবাদ কৰিব পাৰে। কিন্তু সিহঁতক বেয়া আচৰণ বুলি ধৰিলৈও প্ৰশংসা কৰা কথাৰ কি উত্তৰ দিব তাই ভাবি নাপাই থমকি ৰল।

নলিনী বৰুৱাই কৈয়ে গল "বেয়া বেয়া, সকলোৱে মুখত শুনিবা কেৱল বেয়া! কিন্তু তেওলোকে কি ভাল কৰিছে? শুনা ৰহণ—বেয়াই মোৰ মনত ভাল, মোক অসমীয়া সমাজৰ মাজত এনে ছোৱালী লাগে যেয়ে সতীত্বৰ কথা নাভাবি সকলো ভাবে সাহসী হৈ পুৰুষৰ লগে লগে সমানে সমানে ফুৰিব পাৰে, কথা কব পাৰে, তৰ্ক বিতৰ্ক কৰিব পাৰে। নিজৰ ভিতৰৰ স্বভাৱটো যাৰ যেনে হওক সেইটোলৈ গলাগপা কৰি

ভাবি-চিন্তি অস্থিৰ হোৱাৰ কি আৱশ্যক ? বিশেষত পুৰুষৰো যৌৱন আছে ; তিৰোতাবো যৌবন আছে। যৌবনৰ সজ ব্যৱহাৰ কৰিব তাত মানুহৰ ইমান আপত্তি কিয় ?" এই বুলি কৈয়ে নলিনী বৰুৱাই নিজৰ চকীখন আৰু ওচৰ চপাই আনি ৰহণৰ কাষ পালেহি।

ৰহণে তেতিয়াও কি উত্তৰ দিব ভালকৈ ভাবি পোৱা নাই। বিশেষত নলিনী বৰুৱাৰ চৰিত্ৰ কি, কেনে ধৰণৰ লোক সেইটোও ভালকৈ গম পোৱা নাই। তেওঁৰ বিদ্যাৰ কিমান গভীৰতা সেইটোও বুজিব পৰা নাই।

নলিনী বৰুৱাই কলে, জানা ৰহণ যদি তুমি ৰুচিয়াৰ কিতাপ পঢ়িছা তেন্তে নিশ্চয় জানিছা তেওলোকে একে কুঠৰীতে কেনেকৈ পুৰুষ আৰু তিৰোতা সকলৰ শোৱাপাটি ৰাখি পুৰুষৰ পৌৰষত্ব আৰু নাৰীৰ নাৰীত্বৰ কথা পাহৰাবলৈ চেষ্টা কৰিছে। কিন্তু আমাৰ দেশত এজনী তিৰোতা আন এজন পুৰুষৰ লগত অকলে বহি কথা কোৱাত সমাজৰ কত ৰটা-খচাৰ কথা! পুৰুষে নিজৰ পৌৰষত্ব বিকাশ কৰিব তাত বাধা কিয় ?

ৰহণে এইবাৰ উত্তৰ দিলে, কিন্তু কামভাবেই পুৰুষৰ পৌৰুষত্ব নহয়। পুৰুষৰ পৌৰুষত্ব সেই ভাব সমূলি বশ কৰাটোৱে।

মিছা কথা! তেনে কৰাৰ ফল কি ? অশান্তি, অতৃপ্তি, ভয়, সঙ্কোচ আৰু সন্দেহ! এইবিলাকৰ সৃষ্টি নহয় জানো ? তাতকৈ ওমৰ খৈয়ামৰ পন্থা লৈ সুবিধা পালেই তৃপ্তি, সম্ভোগ আনন্দ উপলব্ধি কৰি ততালিকে পাহৰি আন কামত লগাই জানো শান্তি, আনন্দ, সুখৰ উপাদান নহয় ?

সেইকথা সম্বন্ধে তৰ্ক বিতৰ্ক কৰি আপোনাৰ বা মোৰ বা জগতৰ কি লাভ ? তাতকৈ এনে কৰা কৰ্ত্তব্য যিহৰ দ্বাৰা সকলোৰে লাভ হব পাৰে।

লাভৰ কথা নাভাবি মই কথা নকওঁ। জানা মই ব্যৱসায়ী! সদায় আগতে সকলো কামতে লাভৰ কথাকেই ভাবো। চোৱা মোৰ কথাত মোৰ লাভ তৃপ্তি, তোমাৰ লাভ সাধাৰণ লোক সকলৰ লগত মিলি সমাজৰ



চকুত গৰিহণা খোৱাতকৈ আমাৰ নিচিনা মান সম্ভ্ৰম থকা লোক সকলৰ লগত তোমাৰ সম্বন্ধ! সমাজৰ লাভ ঘৰৰ ভিতৰত তিৰোতা জাতিক সুমুৱাই ৰাখি তিৰোতাৰ মিছা মান সম্ভ্ৰমৰ ভেমটো নোহোৱা কৰা, সতীত্বৰ ওপৰত মিছাকৈ সকলো গুৰুত্ব অৰ্পি সমাজৰ কোনো কামত নলগা কিছুমান আলাইবাচুৰ সৃষ্টি কৰাত বাধা দিয়া!

কিন্তু সেইবুলি স্ত্ৰী স্বাধীনতাৰ নামত ব্যভিচাৰিতা বা চঞ্চলতাত গুৰুত্ব দি সমাজত খেলিমেলি সৃষ্টি কৰা নহয়। তিৰোতাৰ স্বাধীন গতি নিজৰ স্বতন্ত্ৰ ৰক্ষা কৰি নিজৰ গৌৰব বঢ়াই দহ বা সমাজৰ উপকাৰ কৰা।

সেইটো আদৰ্শৰ কথা হব পাৰে! কিন্তু আদৰ্শ আৰু বাস্তৱতাৰ বহুতো পাৰ্থক্য। চোৱা, তোমাৰ গাতে হাত দি এইটো ভাবি চোৱা। তুমি আগবাঢ়িছা প্ৰগতিশীল হৈ, তুমি ডেৱাইছা সমাজ, আচাৰ নীতি, তুমি ভাঙিছা ইমান দিনে সৃষ্টি হৈ থকা কাৰাগাৰ স্বৰূপ তিৰোতাৰ আঁৰকাপোৰ। কিন্তু তাৰ লগে লগে কি কৰিছা ? কত পুৰুষৰ লগত তৃপ্তি সম্ভোগ আৰু কত কি ? গতিকে আদৰ্শৰ কথা নকৈ মোক বাস্তৱ স্বৰূপে ধৰা দিয়া, দেখিবা তুমি মোক সকলো প্ৰকাৰে আনন্দ দিব পাৰিবা। জানা মই কত তিৰোতাৰ মনস্তত্ত্বৰ লগত খেলিছোঁ। কিন্তু দেখিছো এদিন লাজ তাৰ পিচত অলপ—সেওমনা, তাৰ পিচত—সমূলি বশ! কোনো কোনোৱে চাই কেৱল মোৰ মান-সম্ভ্ৰম কিমান, কোনো কোনোৱে চাই মোৰ ধনৰ ৰমক জমক। কোনো কোনোৱে ভাবে যাতে তেনে কথাৰ কোনোমতে প্ৰকাশ নহয়!

এইয়া অসম্ভৱ! তেন্তে আপুনি আচল তিৰোতাৰ মনস্তত্ত্ব ভালকৈ বুজি পোৱা নাই।

তিৰোতাৰ কথা মই বুজি নোপোৱা বুলি কোৱা ? বুলিয়েই নলিনী বৰুৱা আৰু ওচৰ চাপিল, বুজিছা ৰহণ এইযে ডাঙৰীয়ানী সকল দেখিছা অৱশ্যে বাহিৰত একো নাই, বৰ ভাল দেখিবা কিন্তু ভিতৰত যে কত কি। সেইবোৰ ভাবিলে বা ৰিজালে তোমালোকৰ দেখাদেখিকৈ হোৱা ঘটনা বা অপবাদ একেবাৰে নধৰ্ত্তব্য; কিন্তু কি কৰিবা সমাজেতো আৰু আমাৰ

চকুৰে নাচায়! এইবুলি কৈয়ে নলিনী বৰুৱাই জেপৰপৰা দুখন এশ টকাৰ নোট উলিয়াই কাষত থলে!

যিয়ে নহওক সেইবিলাক ভাল কৰিবলৈকো আপোনালোকে একো চেষ্টা কৰা নাই। সদাই কুচৰ্চ্চা বা নিন্দা কৰি কি লাভ? সেইবিলাক কেনেকৈ ভাল হয় সেইটোৰ হে আচনি উলিয়াই কামত আগবঢ়া উচিত!

মই সমাজ গঢ়োতা নহয়। মোৰ কাম আনন্দ কৰা, তৃপ্তিকৰা। সমাজ সেবী দল, স্বাৰ্থত্যাগীৰ মূখা পিন্ধা দল, ধাৰ্ম্মিক দলক মই ভয় কৰো। সেইবোৰ হোৱাতকৈ বাটে বাটে গুণ্ডামি কৰি ফুৰা ভাল। বাৰু তুমিয়ে কোৱা এজন সমাজ সেবী বা স্বাৰ্থত্যাগৰ মহান আদৰ্শ দাঙি ধৰা লোকৰ লগত যদি এজনী যুবতী ৰাখা তেন্তে সেই যুবতীৰ অৱস্থা কি হব? সমাজ সেৱা, স্বাৰ্থত্যাগৰ আদৰ্শই বা কলৈ যাব? সেইকাৰণে এনেবোৰ ভেকো-ভাৱনা কৰাৰ আৱশ্যক কি? তাতকৈ তোমালোকে দেখাদেখিকৈ ফুৰিছা নিজৰ সুখ আহৰণ কৰিছা বা টকা-কড়িও হাত কৰিছা সেইটোৱে সুন্দৰ।

ৰহণে এইবাৰ হাঁহি মাৰি কলে আপোনাৰ কল্পনা লৈয়ে থাকক, মই এতিয়া যাওঁ।

বাৰু যাবা। দুখাৰ সুখৰ কথা মন খুলি কৰ পাৰিছোঁ তাতকৈ কি আনন্দ হব পাৰে? যেই সেই তিৰোতাৰ লগত এনেকৈ কব নোৱাৰি। তুমি শিক্ষিতা নব্য সভ্যতাৰ মোলপ্পোৱা বুলিহে এনেকৈ কব পাৰিছো। আনবোৰ নিবোকা কিন্তু মনে মনে কিমান টেঙৰ! ধৰা এই দুশটকা ৰূপ নিয়া। বুজিছা তোমাৰ মোল কোনোৱে নুবুজে!

দুশ টকা?

দুশ টকা কিয়, তোমাৰ যেতিয়াই আৱশ্যক হয় তেতিয়াই মোৰ পৰা নিবা! বুজিছা সৌন্দৰ্য্য আৰু প্ৰেমৰ আগত মই সকলো বলি দিব পাৰো।

ৰহণে নোট দুখন হাতত তুলি ললে! নলিনী বৰুৱাই গছত ফল



ধৰিছে বুলি ভাবি আনন্দত উতলা হল। তেওঁ কলে ধন-কড়ি কিহৰ কাৰণে কেৱল আনন্দ কেৱল তৃপ্তি, কেৱল মনৰ আবেগ পুৰোৱাৰ বাবে নহয় নে?

ৰহণে কলে, ধন্যবাদ! আপোনাক মই ইমানদিনে বুজি পোৱা নাছিলোঁ। আজিহে বুজিলোঁ!

মই পেটত কথা নথকা মানুহ! কি কোৱা?

সেইটো হয়, বাৰু আপোনাৰ এজন লগুৱাক মাতক! নলিনী বৰুৱাই ততালিকে মেজত থকা টিলিঙাটো বজালে! এজন লগুৱা লৰি আহিল! ৰহণে ততালিকে এইপিনে আহা বুলি মাতিলত সি ওচৰ চাপিল! এই দুশটকা লৈ যোৱা বেঙ্কত মহিলা সমিতিৰ সম্পাদিকাক দিবা। আৰু এখন চিঠি দিওঁ। এই বুলি ততালিকে এখন কাগজ লৈ তেওঁৰ কলমটো উলিয়াই লিখিব ধৰিলে। সম্পাদিকা দ'ৰ এই দুশটকা পঠিয়ালো। আপোনাৰ সমিতিৰ ভৰালত যোগ দিব! আৰু বাতৰি কাকতত প্ৰকাশ কৰিব যেয়ে পুৰুষ তিৰোতাৰ চৰিত্ৰ সম্বন্ধে আৰু তিৰোতাৰ চমক দেখিলেই পুৰুষ আপোন পাহৰা অৱস্থা হোৱা সম্বন্ধে সুন্দৰ ভাবে এখনি ৰচনা লিখিব তেওঁক এই দুশ টকাৰ এটা ভাল পুৰস্কাৰ দিয়া হব। এই দান নলিনী বৰুৱাৰ দান স্বৰূপে গ্ৰহণ কৰিব। আশা কৰো আপুনি মহিলা সমিতিৰ উন্নতিৰ কাৰণে কায়-মনোবাক্যে চেষ্টা কৰিছে!

ইতি—

শ্ৰীৰহণ

চিঠিখন আৰু দুশ টকাৰ নোট দুখন লগুৱাৰ হাতত দিলে। লগুৱা ততালিকে লৰ দিলে। নলিনী বৰুৱাই থৰ হৈ চায়ে থাকিল। এটা কথাও কব নোৱাৰিলে। ৰহণে অলপ পিচত কলে "আপোনাৰ টকাৰ বোধকৰোঁ সজ ব্যৱহাৰ হৈছে! এতিয়া আহোঁ! বুলিয়েই ততালিকে ৰহণ উঠি গুচি গল।

নলিনী বৰুৱাই ভাবিলে "ই কেনে ধৰণৰ তিৰোতা! তেন্তে কি তিৰোতা কেৱল ধন আৰু মোহিনী কথাৰে ভোল নাযায়? তেন্তে কি ইমানদিনে তিৰোতা সম্বন্ধে তাৰ যি জ্ঞান সকলো কেচুমতাত গঢ়া?"

## ( ১৮ )

ৰহণে গৈ থাকোতেই পিচ পিনৰ পৰা মাত শুনিলে "ৰহণ", ৰহণে উভতি চাই দেখে "চক্ৰপানী"। ৰহণ ৰল। চক্ৰপানীয়ে কাষ পাই কলে, ৰহণ এই দুপৰীয়া কলৈ গৈছিলি ?

প্ৰেছলৈ। প্ৰেছৰ পৰা আহি বহুতোপৰ শ্ৰীযুত নলিনী বৰুৱাৰ ঘৰত বহিলো।

প্ৰেছত কিবা কিতাপ ছপাব দিছ ?

নাই, জোনাকীক প্ৰেছত কাম শিকিব দিছোঁ। সেইটোৰে কিবা-দিহা কৰিলো।

ইমান মতামানুহৰ মাজত জোনাকীয়ে অকলে কেনেকৈ প্ৰেছত কাম শিকিব ?

কথাতো বিষম সঁচা। কিন্তু সদায় সকলো কথা অসম্ভৱ বুলি ভাবি থাকিলেই সম্ভৱ কেনেকৈ হব ? তিৰোতায়ো যে মতাৰ লগতে সমানে সমানে কাম কৰিব পাৰে, সকলো মতাৰ মাজতো এজনী তিৰোতা ছোৱালীয়েও যাতে নিজস্ব মান সম্ভ্ৰম ৰাখি চলিব পাৰে এনে সংসাৰ সৃষ্টি কৰা জানো আমাৰ কৰ্ত্তব্য নহয় ? সেই কৰ্ত্তব্য কৰিব গলে যদি অঘটন ঘটে, বা সেইটো অসম্ভৱ বুলিয়েই অলপো আগ নাবাঢ়ো তেন্তে কাহানি সেইটো পৰিণত হব। পুৰুষে যদি নিসঙ্কোচে সকলো ঠাইলৈ যাব পাৰে, সকলো কামত আগবাঢ়িব পাৰে তেন্তে তিৰোতাই ভয়-সঙ্কোচ, মান-অপমানৰ কথা ভাবি প্ৰত্যেক খোজতে হাজাৰ সাৱধানতা লোৱা অৱস্থাৰ পৰা হাত কেনেকৈ সাৰিব ? প্ৰত্যেক কথাতে, প্ৰত্যেক কামতে পুৰুষ সকলে তিৰোতাসকলৰ তত্বাৱধান লোৱা মেটমৰা ভাবটোয়ো কেতিয়াও নকমে।

কথাটো সঁচা। কিন্তু বৰ্ত্তমান সমাজত এইটো এটা অভিনৱ ৰীতি হিচাবে গণ্য হব। তদুপৰিও সুঁবিধা পালেই পুৰুষৰ বৰ্ব্বৰতা পাশবিক-তাৰ লীলা-খেলা হব পাৰে তাত আচৰিত কি ?



তেন্তে সেই দোষটো কাৰ ?

কথা কৈ কৈ চক্ৰপানীহঁতৰ ঘৰ পালেহি। চক্ৰপানীয়ে কলে ঘৰেই পালো। বহুত বেলাও হৈছে। আহ ইয়াতে অলপ জলপান খাই যাবি !

নাই এতিয়াই ঘৰ পাম !

ঘৰটো পাৰিয়েই কিন্তু সেইবুলি ইয়াত খালে জগৰ লাগিব নে ? ৰহণে সোমাবলৈ ইচ্ছা নকৰিলেও নলিনী বৰুৱাৰ লগতে ঘটা আগৰ ঘটনা মনত পৰি চক্ৰপানীকো সেই তুলাচালনিৰে জুখিবলৈ মন কৰি বৈচ-বাইচ নকৰি চক্ৰপানীৰ পিচে পিচে খোঁজ ললে। চক্ৰপানীয়ে নিজৰ কুঠৰীত সোমায়ে কোট চোলাটো খহাই এখন চৌকিত বহিল, আন এখন চৌকিত ৰহণ বহিল। চৌকিখন অলপ দূৰৈত আছিল যদিও ৰহণে ইচ্ছা কৰিয়ে চৌকিখন কিছু ওচৰলৈ টানি আনিলে।

ৰহণে কলে, তিৰোতাৰ স্বাধীন গতি কেতিয়া হব ?

"যিদিনা সমাজে তিৰোতাৰ সতীত্বক ওখ ঠাই নিদি সমাজ আৰু দেশক ওখ ঠাই দিব শিকিব !"

"সতীত্ব নহলে জানো সমাজ দুৰ্ব্বলী বা নৈতিক বলহীন নহয়। সতীত্বৰ গৌৰব কৰিছোঁ কিন্তু প্ৰত্যেক মুহূৰ্ত্তে সতীত্বহেৰোৱাৰ ভয় সঙ্কোচ, সন্দেহৰ সীমা বঢ়াইছো তাত নৈতিক বল ক'ত ? তদুপৰি সতীত্বই শেষ লক্ষ্য নহয়। লক্ষ্য হৈছে তিৰোতা দেশ বা সমাজৰ কিমান উপকাৰত আহিব পাৰে ! অৱশ্যে সেই দেশ বা সমাজৰ কল্যাণৰ কাৰণে সতীত্বৰ আলম হীন-ডেৰি হিচাবে আৱশ্যক !

অৰ্থ ?

যদি তিৰোতা ব্যভিচাৰী হয় তেন্তে তেওঁলোকৰ দৃঢ় মন, দৃঢ় প্ৰতিজ্ঞা কমি আহে ! গম্ভীৰ ভাবৰ ঠাইত চঞ্চলতাৰ প্ৰভাৱ বেচি হয়। গতিকে তেওঁলোকৰ সন্তান-সন্ততি চঞ্চল, শিমলু তুলাৰ দৰে পাতল হয়। তেওঁলোকৰ দৃঢ় মনৰ অভাৱত কঠোৰ সাধনা নোহোৱা হেতু দেশৰ কল্যাণৰ কাৰণে গুৰু কৰ্ত্তব্য কৰিব নোৱাৰে। গতিকে দেশৰ কল্যান

কৰক ছাবি দেশৰ আলাইবাদু হে হয়। তাতে আকৌ নানা তৰহৰ বেমাৰ আদি, সোচৰাব্যাধি সহচৰ হৈ দেশৰ সৰ্ব্বনাশ কৰে। সেই কাৰণে অতীতত স্বাস্থ্যকে সকলোতকৈ ওখ ঠাই দিছিল। আৰু স্বাস্থ্যই দেশৰ কল্যাণৰ প্ৰথম সোপান! স্বাস্থ্যহীন যুবক-যুবতীয়ে দেশৰ অলপো কল্যাণ কৰিব নোৱাৰে।

"বুজিলো স্বাস্থ্য আৰু সতীত্বৰ ডাঙৰ সম্বন্ধ আছে। কেৱল সেয়ে নহয় আদৰ্শৰ কথা পাহৰিলে নহয়। ব্যভিচাৰিতাৰ আদৰ্শই লৰা-ছোৱালীক আনি পথলৈ লৈ যায়। দুৰ্ব্বল মনৰ সৃষ্টি কৰে! সেই দুৰ্ব্বলতা কেৱল ব্যক্তিতে সীমাবদ্ধ হৈ নাথাকি সমাজ দেশকো দুৰ্ব্বল কৰে।

তেন্তে তুমি তিৰোতাৰ সতীত্বকে আতাইতকৈ ওখ আসন দিব খোজা ?

সতীত্বৰ লগে লগে কৃষ্টি, শিক্ষা, জনসাধাৰণৰ কাৰণে অনুভৱ শক্তি, দেশ আৰু সমাজৰ হকে স্বাৰ্থত্যাগ কৰিব পৰা শক্তি, সাহস, স্বাধীনতাৰ স্পৃহা, সমাজৰ বন্ধা-ধৰা নিয়ম দেৱাই নিজৰ আদৰ্শৰ গতি লব পৰা শক্তি এইবোৰো হব লাগিব। এইবোৰ বাদ দি কেৱল সতীত্বৰ গৌৰৱ জুই নলগা দীপকাঠিৰ স্বৰূপ। সেই দীপকাঠিৰ শক্তি আছে সঁচা কিন্তু যেতিয়ালৈকে ঘহা নাযায় তেতিয়ালৈকে জুই নোলাই বা ব্যৱহাৰত নালাগে।

ৰহণে চক্ৰপানীৰ তেনে আৰু গভীৰ ভাবৰ কথা শুনি ৰ লাগি চাই থাকিল। যেন তেওঁৰ কথাত সমূলি বইচ-বাইচ কৰিবলৈ তাইৰ একো নাই। তথাপি তাই কলে তেন্তে যি সকল আগেয়ে ব্যভিচাৰিনী হৈছে সেইবোৰক জানো সমাজ বা দেশৰ কামত লগাব নোৱাৰি বা তেওঁলোকে জানো লগা উচিত নহয় ?

নহব কিয় ? সেইবিলাকক যি উপায়ে পৰা যায় ভাল পথৰ সন্ধান দি ভাল পথলৈ অনা যুগুত। এবাঁৰ বেয়া হল বুলিয়ে যে সদায় সেই বস্তুটো ঘৃণাৰ পাত্ৰ হল তেনে কথা হব নোৱাৰে। তেওঁবিও সেইবোৰে যথাৰ্থ জ্ঞান লভি ভাল পথৰ পিনে আহিব খোজে তেন্তে সেইবোৰে সেই পথৰ সন্ধান নাপাব কিয় ? বা অতীত দোষৰ কাৰণে বৰ্ত্তমানে লঘু লাঞ্ছনা পাব কিয় ? মোৰ মনেৰে মানুহে যেতিয়া দোষ কৰে তাৰবাবে দণ্ড পোৱা যুগুত! কিন্তু এটা দোষৰ কাৰণে জীৱন জুৰি লঘু লাঞ্ছনাৰ দণ্ড পোৱা বা সমাজৰ হেয় হোৱা কোনো সভ্য জাতিৰ সমাজত এনে নিয়ম থকা উচিত নহয়। কিন্তু যেতিয়া তেনে লোক সকলে দেশ বা সমাজৰ কামত লাগে তেতিয়া তেওঁলোক সম্পূৰ্ণ সজ চৰিত্ৰবান হোৱা বাঞ্ছনীয়। অৱশ্যে সমূলি চেকা নপৰা নিশ্চয় প্ৰশংসনীয়।

ৰহণে চক্ৰপানীৰ মুখত এনে উদাৰতা আনপিনে মুখৰ জ্যোতি আৰু কথাৰ গভীৰতাত যেন এখন আপোনপাহৰা ৰাজ্যত সোমাল। তাইৰ মনত পৰিল প্ৰায় আদঘণ্টা আগেয়ে যি পুৰুষ চাৰত্ৰৰ তাইৰ অভিজ্ঞতা হৈছিল সেই চৰিত্ৰৰ লগত এই চৰিত্ৰৰ কিমান পাৰ্থক্য ? য'ত নাই চঞ্চলতা, নাই কামুকৰ লুভীয়াদৃষ্টি, নাই প্ৰলোভনৰ জাল। তাই যেন আপোন পাহৰা হৈ ততালিকে কলে "কোৱা, সঁচাকৈ কোৱা তুমি মোৰ চৰিত্ৰ কেনে বুলি ভাবা ? কোৱা" যেন তাই হৃদয়ৰ আবেগত কিবা কব গৈছিল, কিন্তু মুহূৰ্ত্ততে সেই কথা অন্তৰৰ পৰা ব্যক্ত কৰিব নোৱাৰি থমক খাই ৰল। ইমান দিনে তাই কথাৰ লগত কথাৰ আঘাত কৰি আহিছে, তৰ্কৰ ওপৰত তৰ্ক কৰিছে, নিমিলা ভাবৰ বিৰুদ্ধে দৃঢ় ভাবে প্ৰতিবাদ কৰিছে, কিন্তু মিল ভাৱৰ সমুখত পৰা নাই য'ত নাই তৰ্ক, আছে আদৰেৰে গ্ৰহণ, য'ত নাই আঘাত কৰিবলগীয়া কিন্তু নীৰবে সেওমনা অৱস্থা। তাইৰ নীৰব অৱস্থাতে চক্ৰপানীয়ে কলে আছল কথা পাহৰিছোৱেই। তোক আনিলো জলপান খুৱাওঁ বুলি কিন্তু কথাতে সকলো পাহৰিলোঁ।

ধনবৰ লগুৱাক মাতিলে। ধনবৰ আহিলত চক্ৰপানীয়ে কলে যি আছে জলপান বা চাহ দুয়োজনৰ কাৰণে লৈ আহ! ধনবৰ গল। ৰহণে কলে অসমৰ উন্নতিৰ কাৰণে তোমাৰ কিবা আঁচনি আছে ?

আঁচনি বহুতো কিন্তু কাম কৰাহে কথা। যি নহওক মোৰ ইচ্ছা

অসমৰ প্ৰত্যেক গাঁও চহৰতকৈ বিভিন্ন হোৱা যুগুত নহয়। প্ৰত্যেক গাঁৱলৈ অহা যোৱাৰ সুবিধা, দৈনিক বাতৰি কাকত পোৱাৰ দিহা, ৰেডিও, শিক্ষা, কথাছবি, ডাক্তৰ আৰু দৰব-পাতি লাভৰ সকলো সুচল হব লাগে। লগে লগে প্ৰত্যেক মানুহৰ খোৱা-লোৱাৰ অভাৱ হব নোৱাৰিব।

কেৱল অভাৱ দূৰ কৰাই কথা নহয়, প্ৰত্যেক মানুহে সভ্য নাগৰিক হিচাবে থাকিব পাৰিব লাগিব।

অৱশ্যে সেইটো পিচৰ কথা, বৰ্ত্তমানে ইমানখিনি কৰিব পাৰিলেই যথেষ্ট! কথা কৈ থাকোতেই জলপান আহিল। বহণ আৰু চক্ৰপানীয়ে দুয়ো খাব ধৰিলে। হঠাৎ চক্ৰপানীয়ে কলে, বহণ মোৰ প্ৰস্তাৱ শুনিবি?

কি?

শুনি আচৰিত নহবিতো? মই তোক বিয়া কৰাব খুজিছোঁ!

বহণ সকলো প্ৰকাৰে শিক্ষিতা আৰু সাহসী হলেও এই কথাত যেন সাধাৰণ ছোৱালীৰ অৱস্থাৰ সীমাৰ পাৰ হব নোৱাৰিলে। যেন আপোনা আপুনি তাইৰ মুখ খন লাজ আৱৰণে ঢাকি তাই কি কব কি নকব ভাবি ৰল।

চক্ৰপানীয়ে আকৌ কলে, কথাতো আচহুৱা যেন ভাবিছ। কিন্তু আচলতে দেউতাৰ আগত এই প্ৰস্তাৱ দিছোঁ। তাৰ ফলত দেউতাই কি কৈছে জান?

বহণে নামাতিয়ে থাকিল। চক্ৰপানীয়ে কলে, মই তেনে কৰিলে দেউতাই মোক ত্যজ্য পুত্ৰ কৰিব বুলি সমিধান দিছে। কিন্তু মই সেই অৱস্থাৰ কাৰণে সাজু। এতিয়া কেৱল তোৰ সম্মতি পালেই হল।

বহণে কলে, এনে প্ৰশ্নৰ কাৰণে মই সমূলি সাজু হৈ অহা নাই। বিশেষত এই প্ৰশ্নটো ইমান জটিল যে তাৰ সিদ্ধান্ত ততালিকে দিয়া মোৰ পক্ষে টান। বিশেষকৈ গোটেই দেশত যেতিয়া হাহাকাৰ, দুখীয়া ছোৱালী সকলৰ বিয়াৰ সমূলি সুবিধা নাই; দুখীয়া ছোৱালী বা বাপেক মাক নোহোৱা অনাথ সকলৰ সংসাৰত উদ্গতি কৰিবলৈ একো সু-দিহা



হোৱা নাই; প্ৰত্যেক পুৰুষ তিৰোতাই স্বাবলম্বী হৈ থিয় হব পৰা শক্তি হোৱা নাই। তেনে অৱস্থাত আকৌ বিয়াৰ বান্ধোনৰ কথা ভবাটো যেন সকলোৰে পক্ষে লাজৰ কথা! কিয়নো দৈহিক সুখেই জগতৰ সকলো লক্ষ্য বুলি ধৰি লোৱা উচিত নহয়। অৱশ্যে এইটো সচৰাচৰ চলি অহা নিয়ম যে ছোৱালী হলেই এঠাইত গটাব লাগে বা লৰাছোৱালীয়ে যিয়ে নহওক যেনে-তেনে বিয়াৰ লগুণ-গাঠি বান্ধিব লাগে। কিন্তু মই এনে সচৰাচৰ চলন্তি প্ৰথাৰ বিৰুদ্ধে থিয় হৈছোঁ। মান্ধাতাৰ যুগৰ পৰা চলি অহা নিয়ম হল বুলিয়েই যে সেইবোৰ ভালকৈ চাহ-চিতি পৰীক্ষা নকৰাকৈ আখৰে আখৰে পালন কৰিব লাগিব সেই বিধৰ ছোৱালী মই নহওঁ। তদুপৰিও মোৰ কেলেঙ্কাৰী সোপাকে তুমি কিয় মূৰত দাঙি ধৰিবলৈ সাজু হবা, আৰু তাৰ কাৰণে ত্যজ্য পুত্ৰ হবা?

তই যদি সকলো কেলেঙ্কাৰী অনাহকে লৈ ফুৰিব পাৰ মই পুৰুষ হৈ নোৱাৰিম কিয়? মই জানো তই সুন্দৰতকৈও সুন্দৰ, মই জানো সাধাৰণ সমাজে তোৰ মোল নুবুজে। এনে অৱস্থাত মই সেই সমাজৰ কুসংস্কাৰবোৰ দেৰাবলৈ সাজু নহম কিয়? মই সকলো প্ৰকাৰে পৰীক্ষা কৰি চাইছোঁ তোৰ সকলো কেলেঙ্কাৰী কেচুমতাৰে গঢ়া। সেই কেচুমতা ততালিকে ভাঙিযোৱা একো আচৰিত নহয়। আৰু ত্যজ্য পুত্ৰ হোৱা? তহঁতে তিৰোতা ছোৱালী হৈ দেউতাৰ বা আয়েৰাৰ অলপো সম্পত্তি নাপাই যদি নিজৰ শক্তিৰে সংসাৰত উদ্গতি কৰিব পাৰ, মই লৰা হৈ নোৱাৰিম কিয় বা দেউতাৰ সম্পত্তিলৈ আশা কৰি সকলো আদৰ্শ জলাঞ্জলি দি বহি থাকিম কিয়?

সেই বিলাক সিদ্ধান্তত আহিলা, কিন্তু দেশৰ দুৰ্গতি আৰু সেইবোৰৰ উদ্গতি কৰিবলৈ নোৱাৰা অৱস্থাত?

কিয় বিয়া কৰিও আমি সেইবোৰলৈ চেষ্টা কৰিব পাৰোঁ।

চেষ্টা কৰিব পাৰোঁ সচা। কিন্তু মোৰ ভাব যেতিয়ালৈকে দেশৰ সেই সমস্যাবোৰ কিছু পৰিমাণে সমাধা কৰিব নোৱাৰো তেতিয়ালৈকে

কোনো লৰা-ছোৱালীৰ বিয়া হোৱা উচিত নহয়। যদি সেইটোৱে মোৰ বিশ্বাস তেন্তে মই নিজে সেইটো পাহৰি কেনেকৈ বিয়াৰ কথাত মান্তি হব পাৰো ?

সিহতে কথা কৈ কৈ জলপান শেষ কৰি মুখ ধুই মুহুদি কৰিবলৈ ধৰিছে। এনেতে চক্রপানীৰ দেউতাক কৰবাৰ পৰা আহি ততালিকে সেই কুঠৰীত সোমাই চক্রপানী আৰু ৰহণক দেখি তেওঁৰ মূৰত উনপঞ্চাশ বতাহ চৰিল। তেওঁ ততালিকে ৰহণৰ পিনে চাই কলে, অতপালি কৰিবলৈ তোৰ আন ঠাই নাই! নিজেও বুৰিছ লোককো বুৰাবলৈ ফান্দ পাতিছ। এতিয়াই ইয়াৰ পৰা আঁতৰ হ! নাজান এই ঘৰ কাৰ ? যাক দেখি সকলো ৰাইজে মূৰ দোৱাই সেই ঘৰত ব্যভিচাৰিতাৰ আশ্রয় নাপাব। মই দৃঢ়কৈ কৈছো এই ঘৰত আৰু কাহানিও ভৰি নিদিবি বা চক্রপানীৰ লগ নালাগিবি।

চক্রপানীয়ে ইমানপৰ নামাতি আছিল। এইবাৰ মাত দিলে, আপোনাৰ ঘৰৰ ওপৰত আপোনাৰ স্বত্ব আছে তালৈকে যাকে তাকে আহিবলৈ মানা কৰিব পাৰে, কিন্তু মোৰ ওপৰত আপোনাৰ স্বত্ব নাই। মই সম্পূর্ণ বুজন; মই কাৰ লগ লাগিব লাগে ভালকৈ জানো।

ভালকৈ জান ? পঢ়ি-শুনি এইসোপা শিকিছ ? দেউতাৰৰ ওথ মূৰ নত কৰিবলৈ ওলাইছ! এতিয়াই ইয়াৰ পৰা ওলাই যা! জান মোৰ নিজৰ লৰা হলেও বেয়া লৰাক, অসজ স্বভাৱৰ লৰাক মোৰ ঘৰত ঠাই দিব নোৱাৰোঁ বা মোৰ সম্পত্তিৰ উত্তৰাধিকাৰী কৰিব নোৱাৰোঁ। তাতকৈ এই সম্পত্তি মোৰ দেশৰ কাৰণে অৰ্পি যাম! তোৰ দৰে দুষ্ট নৰাধমক এনে সম্পত্তিৰ ভাগী কৰি দেশৰ অকল্যাণ আনিব নোৱাৰোঁ।

তেন্তে সেয়ে হওক। মই এই মুহূর্ত্তেই ওলালোঁ। আপোনাৰ সম্পত্তিৰ সজ ব্যৱহাৰ কৰক। কিন্তু যোৱাৰ আগেয়ে কৈ যাওঁ ৰহণে



নিজ ইচ্ছাৰে ইয়ালৈ অহা নাই। মই তেওঁক নিমন্ত্রণ কৰি আনিছিলোঁ, তেওঁৰ গাত সমূলি দোষ নাই। ৰহণ! বল মোৰ ভুলৰ কাৰণে তই অবাবত অপমান পালি।

ৰহণে থিয় হৈ চক্রপানীৰ পিনে নাচাই চক্রপানীৰ দেউতাকক কলে, মই এতিয়াই যাওঁ আৰু কেতিয়াও আপোনাৰ ঘৰলৈ নাহো বা চক্রপানীক লগ নধৰোঁ, আপুনি তেওঁৰ ওপৰত খঙ এৰক। খঙতে অঘটন নঘটাব! বুলিয়েই ততালিকে দুৱাৰৰ বাহিৰ ওলাল। দুৱাৰৰ বাহিৰলৈ আহি আকৌ উভতি চক্রপানীক কলে "তুমি ততালিকে খঙতে অঘটন নঘটাবা; মোৰ কাৰণে দেউতাৰাৰ লগত বেয়া নহবা! মোৰ এয়ে শেষ মিনতি।" বুলিয়েই বিজুলীৰ দৰে আঁতৰ হল!

( ১৯ )

জোনাকীয়ে কেইমাহ মান প্রেছৰ কাম কৰিয়ে প্রেছৰ আও ভাও সকলো সুন্দৰ ভাবে বুজিলে। কম্পোর্জ, ইম্পোজ, কল ভালকৰা আদিলৈ চকু দি অলপদিনতে প্রেছৰ সকলো কামতে পার্গত হৈ উঠাত প্রেছৰ মেনেজাৰে কলে জোনাকীৰ দৰে এনে মনোযোগেৰে আৰু স্বার্থশূন্যকৈ কাম কৰিব জানিলে প্রেছত কত লাভ হলহেতেন। বাতৰি কাকতৰ সম্পাদকে জোনাকীক মাজে মাজে কৈছিল সম্পাদকৰ কামত সহায় কৰিলে কেনেকৈ বাতৰি কাকত চপাব লাগে সকলো বুজিব। লগে লগে লিখাৰ অভ্যাস হলে সময়ত অসমত ভাল লিখিকা বুলিও জনাজাত হব। কেৱল প্রেছৰ কাম শিকিলে কি হব ?

জোনাকীয়ে কলে প্রেছৰ কাম শিকাতহে মোৰ ভাল লাগে।

সম্পাদকে কলে ভাল লগা বেয়া লগাই তো কথা নহয়, মানুহে ভৱিষ্যতলৈ চাব লাগে। চোৱা, আজি যদি তুমি কাকতৰ সম্পাদন ভালভাবে কৰিব পাৰা লগে লগে সুন্দৰ সুন্দৰ প্রবন্ধ লিখিব শকা

তেনেহলে সদৌ অসমজুৰি তুমি সলাগৰ শৰাই পাবা। কিন্তু প্ৰেছৰ কম্পোজিটৰ হৈ কি লাভ হব। অৱশ্যে দেৰকুৰি বা দুকুৰি টকা পাবা। কিন্তু সম্পাদন কাৰ্য্যত নামৰ লগে লগে ভাল দৰ্ম্মহাও আছে। আমি অলপতে ইংৰাজী কাকতো উলিয়াব খুজিছিলো। ইংৰাজী তুমি ভালকৈ জানাই যদি সেই কাকতৰ সহায়েৰে নাম কৰিব পাৰা। হয়তো গোটেই ভাৰততে নাম হব পাৰে।

জোনাকীয়ে কৈছিল আমাৰ কাম হওক বা নহওক আগেয়ে নামটো কেনেকৈ হয় সেইটোলৈহে চিন্তা।

সম্পাদকে জোনাকীৰ কথাত মনে মনে লাজ পালেও তথাপি তেওঁ চেষ্টা এৰা নাছিল যাতে জোনাকীক সম্পাদকীয় বিভাগত নিব পাৰে। অৱশ্যে জোনাকীৰ কামৰ পটুতাই যে কেৱল তেওঁৰ মন আকৰ্ষণ কৰিছিল সেইটো নহয়। জোনাকীৰ সৌন্দৰ্য্য, ৰাংঢালি অৱস্থাই তেওঁৰ মন উদ্বাউল কৰি তুলিছিল। কেনেকৈ জোনাকীক তেওঁৰ সহকৰ্ম্মী ভাবে পায়। প্ৰেছৰ কাম কৰি থাকোতে জোনাকীৰ ভাগৰ লগা অৱস্থাত ৰাঙলী মুখখনি, আউলী-বাউলী চুলি, প্ৰেছ মেনেজাৰ বা হেড্ কম্পোজিটৰ লগত কথা-বতৰাত ওলোৱা হাঁহিমুখে সম্পাদকৰ মনত এটা স্বাভাবিক বিদ্বেষৰ ভাব তুলিছিল। সুবিধা পালেই নাইবা জোনাকীক অলপ অকলশৰীয়াকৈ পালেই প্ৰেছৰ কামত যে ভৱিষ্যত একো নাই এই কথাষাৰৰ দকৈ শিপা তাইৰ মনত বহাবলৈ চাইছিল। কিন্তু তেওঁৰ কোনো কথাই ৰজিতা খাই নুঠিছিল। সিদিনা হঠাৎ এটা সুবিধা হল। বাতৰি কাকতৰ হকে এজন লোক দিল্লীলৈ প্ৰায় এমাহৰ কাৰণে পঠিয়াব লাগে। সম্পাদকে ভাবিলে এই সুবিধাটো জোনাকীক দিলে বোধকৰো জোনাকীয়ে আনন্দেৰে গ্ৰহণ কৰিব। এমাহ পঠিয়াব পাৰিলে তাৰপিচত উভতি আহি তেওঁৰে সহকৰ্ম্মী হবলৈ তাই মন মেলিব।

বুজিছা জোনাকী দিল্লীলৈ কেবিনেট মিচন আহিছে নহয়! তালৈকে আমাৰ বাতৰি কাকতৰ এজন সংবাদ-দাতা পঠিয়াব লাগে। তাত প্ৰায় এমাহ মান থাকিব লাগিব। মোৰ মনেৰে তোমাকে পঠিমাব খুজিছোঁ, শ্ৰীযুত নলিনী বৰুবাক তোমাৰ নাম কোৱাত বৰ ৰং পাইছে। তুমি বৰ উপযুক্ত হবা বুলি মোৰ ধাৰণা। কথা কৈয়ে সম্পাদক দীন বৰুৱাই জোনাকীৰ মুখলৈ চালে। তাৰ ভাব ববশীত আচল টোপ পৰিছে। এইবাৰ জোনাকীয়ে গ্ৰহণ নকৰি নোৱাৰে!



জোনাকীয়ে অলপ বৈ কলে "বৰ্ত্তমান সময়ত মোৰ দিল্লীলৈ যাবলৈ সময় নাই। কিন্তু এটা কথা। মোৰ প্ৰেছৰ কাম প্ৰায় শিকা হল। এতিয়া মাহ চেৰেক আপোনালোকৰ বাতৰি-কাকত সম্পাদনা কৰা কাম শিকিব খোজোঁ। যদি আপুনি মোক ভৰ্ত্তি কৰি লয়।"

দীন-বৰুৱাৰ আনন্দ কোনে চায়? তেওঁ ততালিকে কলে "তোমাৰ নিচিনা সুদক্ষ ছোৱালীক আমাৰ সহকৰ্ম্মী হিচাবে পালে ভৰ্ত্তি নকৰোনে? বিশেষত মোৰ ইচ্ছা অসমীয়া তিৰোতা, ছোৱালীয়ে যাতে সাহিত্য, ভাষা, বাতৰি-কাকতত অংশ লয়। তোমাক আজিয়ে ভৰ্ত্তি কৰিম। আন এজনক দিল্লীলৈ পঠিয়াম। তেওঁৰ ঠাইতে তুমি কাম কৰিব পাৰিবা। দৰমহা ১০০৲ টকা পাবা! দিন চেৰেক পিচত প্ৰপাইটৰক কৈ আৰু কেই টকা মান বেচি কৰি দিম। প্ৰেছৰ কামত গাধা খাটি দেৰকুছি টকাত কিয় লাগি থাকিবা। তোমাৰ দুখ কষ্ট ভাগৰ দেখি মই বহু সময়ত সেই কথাকে ভাবোঁ।"

আপোনাৰ মোলৈ দেখুৱা সহানুভূতিৰ কাৰণে ধন্যবাদ। সিদিনাই জোনাকী বাতৰি কাকত সম্পাদনৰ কামত ভৰ্ত্তি হল। মেনেজাৰ, হেড কম্পোজিটৰে আন কথা কি হল একো গম নাপালে, কিন্তু তেওঁলোকৰ মনত এটা বেয়া ভাবে ঠাই ললে। হেড কম্পোজিটাৰে মেনেজাৰৰ আগত কলে "ই কেনে কথা এজনক শিকাই বুজাই ভাল কৰিলেই আপুনি বাতৰি কাকত বিভাগলৈ পঠিয়াই দিব, এনেকৈ কাম কেনেকৈ হব পাৰে। মই পঠিয়ালো নে? স্বয়ং প্ৰপাইটৰৰ হুকুম।

আপুনিতো সেইবোৰত বাধা দিব লাগে। আপত্তি কৰিব লাগে।

আপত্তি নকৰি আছোনে? নিজে প্ৰপ্ৰাইটৰৰ ওচৰলৈকো গৈছিলোঁ।

প্ৰপ্ৰাইটৰে সমূলি নামানে। তেওঁ কয় তিৰোতা ছোৱালী প্ৰেছৰ কামত থকাতকৈ কাকতৰ সম্পাদন কৰা ভাল দেখি।

হেড্ কম্পোজিটৰে কলে “এই কথাত নিশ্চয় দীন-বৰুৱাৰো লগনীয়া কথা আছে।

যিয়ে নহওক কৰ্ত্তাৰ ইচ্ছাই কৰ্ম্ম। দীনবৰুৱাক দূষিলে কি হব? তাইয়ো কিবা-কিবি নিশ্চয় কৈছে। তাইৰ ইচ্ছা নহলে প্ৰপ্ৰাইটৰে কিয় সলনি কৰিব? জোনাকীয়ে মেনেজাৰ, হেড্ কম্পোজিটৰ আৰু প্ৰেছৰ জন-চেৰেকৰ মনত বিদ্বেষ ভাব তোলাৰ লগে লগে আৰু আন এজন মানুহৰ মনত আথাত দিছিল। সেইজন তপন ফুকন। তাৰ কাৰণ দিল্লীলৈ যোৱা জনৰ সলনি ন্যায়মতে তপন ফুকনে সেই কামত ভৰ্ত্তি হব লাগিছিল আৰু তেওঁ কেইটকামান দৰ্মহাও বেচি পালে হেতেন। কিন্তু হঠাৎ জোনাকীৰ আবিৰ্ভাৱে তাৰ প্ৰাপ্য ধন, আৰু সম্মানৰ পৰা তাক বঞ্চিত কৰিছিল। লগে-লগে সি ভাবিছিল, এনে কামৰ মূলত দীনবৰুৱা আৰু জোনাকীহে। যেনে তেনে জোনাকীক যি প্ৰকাৰে নহওক সি অন্যায় কৰিব। পাৰিলে দীনবৰুৱাকো অন্যায় কৰিবলৈ সুবিধা এৰি নিদিয়ে। তাৰ মনৰ ভাৱ, জগতত ৰূপ সৌন্দৰ্য্যই সকলো অন্যায় অনীতিৰ কাৰণ। গতিকে সেই সৌন্দৰ্য্যকে যেনে তেনে সি নষ্ট কৰিব। লাগে যদি তাৰ কাৰণে সি যি ফল ভুগিব লাগে ভুগিব।

( ২০ )

মদন বৰুৱাই কলেজৰ পঢ়া এৰি ৰেকৰ্ড'ত গান দিয়া আৰু ফিল্ম কোম্পানীৰ লগত লগ লাগি অসমীয়া কথাছবি এখন গঢ়ি তুলিবলৈ চেষ্টা কৰিছে। অসমীয়া কথাছবিৰ কাৰণে ভালে-বেয়াই মতা ভাৱৰীয়া পালেও তিৰোতাৰ ভাও কৰিবলৈ তিৰোতা পোৱা বৰ দুৰূহ কাম। মদন বৰুৱাই আগতে কলেজৰ সহপাঠী হৈ থাকোতে হেমেনীক ভালকৈ জানিছিল।



হেমেনীৰ মউসনা গীত, নৃত্য সি কিমান দিন উপভোগ কৰিছিল তাইৰ যে এইবোৰত কিমান ৰাপ্ আছে সেইটো সি বঢ়িয়াকৈ জানিছিল। যি নহওক সি ভাবিছিল হেমেনীক লগত লব পাৰিলে অসমীয়া কথাছবিৰ বহুতো উন্নতি কৰিব পাৰিব। সেইবুলিয়ে সি গুৱাহাটী পাই ৰহণ হঁতৰ ঘৰলৈ গল। ৰহণক ঘৰত লগ পালে।

আপুনি কিয় আহিছে? ক'ত থাকে?

মোৰ নাম মদন বৰুৱা। যোৰহাটৰ চাহ-বাগিছাৰ মালিক ৰাধা-বৰুৱাৰ লৰা। আপোনাৰ ভনীয়েক হেমেনী মোৰ লগত পঢ়িছিল তেওঁক মই কথাছবিত ভাও দিবলৈ নিব খুজিছোঁ। মই অসমীয়া কথা-ছবি এখন গঢ়ি তুলিব খুজিছোঁ।

কথাটো ভালেই। তেওঁ জানো যাব খুজিছে?

নাই, তেওঁক এই সম্বন্ধে মই একো সোধা নাই। মই এতিয়া কলিকাতাৰ পৰা আহি এই পাইছো মাথোন।

বাৰু এতিয়াই লগ পাব। যদি তাই ইচ্ছা কৰে তেন্তে মোৰ একো আপত্তি নাই। অসমীয়া ছোৱালীয়ে বৰ্ত্তমান সময়ত বেলেগ-বেলেগ বিষয়ত ব্যুৎপত্তি দেখাব নোৱাৰিলে আগৰ দৰে একে ধৰণে থাকি কেৱল বিয়াত সোমাই গিৰীয়েকৰ ঘৰত বাচন ধোৱা বা কাপোৰ ধোৱা কামতে ব্যস্ত থাকি দৈনন্দিন কাম কৰি আবৈতনীক বন্দী-বেটীৰ দৰে দিন কটোৱা বা কেৱল মতা মানুহৰ ওপৰতে নিৰ্ভৰ কৰা মই সমূলি ভাল নাপাওঁ।

এৰা ময়ো তাকেই ভাৱো। অসমীয়া মতা, তিৰোতাই ইমানদিনে আকোৰ গজালিকৈ অতীতৰ কামকে কৰি এখোজো আগুৱাব পৰা নাই।

এৰা অসমীয়াৰ এতিয়ালৈকে ব্যৱসায় হৈছে, কেটামান দালি চাউল আগত লৈ দোকান দি গোটেই জীৱনটো বহি কাটোৱা। নাইবা কিছুমানে দেৰকুৰি বা দুইকুৰি টকাত কাম এটা লৈ মনৰ সকলো উচ্চ ভাব বা ওখ আশা জলাঞ্জলি দি কেৰাণী হৈ দিন নিওৱা। কিছুমানে আকৌ উকীল হৈ আইনৰ কেটামান ধাৰা লৈ মক্কেল বিচাৰি ফুৰা আৰু

ওকালতি কৰা। তেওঁলোকৰ নাই বহল জগতৰ জ্ঞান, নাই উচ্চ ভাব, বা প্ৰগতি! কেৱল দৈনিক বাতৰি কাকত এখন বা দুখন পঢ়ি তেওঁলোক ভব্য-গব্য পণ্ডিত, দেশৰ হৰ্ত্তা-কৰ্ত্তা, ৰাজনীতিবিদ্ আৰু কত কি? এনে ধৰণৰ ব্যৱসায়েৰে অসমীয়া জাতি কেনেকৈ জগতত জাকতজিলিকা হৈ উঠিব? এনেতে হেমেনী আহিল। হেমেনীয়ে মদনক চিনিপায়েই কলে 'কি হে মদন কৰ পৰা? ইমান দিন ক'ত আছিলা?

কলিকাতাৰ পৰা আহিছো। মই অসমীয়া কথাছবি এখন আৰম্ভ কৰিছোঁ। তালৈকে তোমাক নিব আহিছো। তুমি মোক সহায় কৰিব লাগিব।

কি কথাছবি? বুৰঞ্জী-মূলক নে সামাজিক?

বুৰঞ্জী-মূলক ছবি উলিওৱা বৰ·টান কথা। তাত বহুতো পুৰণি কলীয়া জাক-জমক আকৌ বাস্তৱতাৰ চিত্ৰ লাগে। তদুপৰিও চৰিত্ৰবোৰো বাধোনত থকাৰ কাৰণে ফুটাই তোলা টান হয়। সেয়ে সামাজিক চিত্ৰকে লৈছো।

এৰা, কথাটো ভাল হৈছে। সামাজিক চিত্ৰ-লিখকৰ ইচ্ছা অনুসৰি চৰিত্ৰ ফুটাই তুলিব পাৰি। লগে লগে প্ৰগতিশীল সমাজত খাপ খুৱাই তুলিব পাৰি। যি নহওক মই কি সহায় কৰিব পাৰিম!

তুমি ভাও লব লাগিব।

এইবাৰ বিপদত পেলালা। অৱশ্যে বহুদিনৰ পৰা এই সম্বন্ধে মই ভাবিছোঁ। কিন্তু সমাজ দেৱাবলৈ সাহ হোৱা নাই! যেন এভৰি আগবাঢ়িলেই দুভৰি পিছলিব খোঁজে।

ৰহণে মাত দিলে "হেমেনী, সমাজলৈ ভয় কৰিলে একো কৰিব নোৱাৰ। অৱশ্যে সমাজে তই কথা ছবিত ভাওঁ লোৱা শুনিলে নানা-তৰহৰ কুযশ ৰটিব! কিন্তু যদি কথা ছবিত এবাৰ নাম কৰি উঠিব পাৰ তেন্তে সেই সমাজে তোক মুৰত তুলি লব। বঙ্গ দেশলৈ নাচাব কিয়? সাধাৰণ কাণনবালা যেয়ে এদিনা সাধাৰণ তিৰোতা বুলি গণ্য হৈছিল, যাৰ



নাম পৰ্য্যন্ত কেৱে নাজনিছিল আজি বঙ্গ সমাজে তেওঁৰ নামত ধন্য মানিছে।

কিন্তু কাণনবালাই আগতে কেলেঙ্কাৰীৰ ভয় এৰিছিল। গতিকে তেওঁৰ গতি সুগম হৈছিল। কিন্তু আমি—

ভয় কি? চা হেমেনী অসমীয়া সমাজে ভাবে তিৰোতা, ছোৱালী কথাছবিত গলে চৰিত্ৰ-হীন হব আৰু কত কি? কিন্তু তেওঁলোকে নাভাবে শই শই কিমান অসমীয়া বামুণৰ বিধবা সমাজৰ কঠোৰ বাধোনত থাকিও সমাজৰ পৰা বাহিৰ হৈ মুছলমান বা বিদেশীৰ হাতত পৰিব ধৰিছে। কিন্তু কেই গৰাকী ছোৱালীয়ে কথাছবিত ভাও লব গলে অসম নষ্ট হল, অসমীয়া ছোৱালীৰ পতন হল, শিক্ষাৰ অপমান আনিলে ইত্যাদি নানা তৰহৰ জাল পাতি অসমীয়াৰ প্ৰগতিৰ গতিত বাধা দিব ধৰিছে। অৱশ্যে সেই কেই গৰাকী ছোৱালী বেয়া পথত গলে অসমীয়া জাতিয়ে সেই গৰাকী ছোৱালীহে হেৰুৱাব। কিন্তু হঠাৎ যদি সেই কেই গৰাকী ছোৱালীৰ ভিতৰত দুই এগৰাকী যে নাম কৰিব পাৰে তেন্তে সেই দুই এগৰাকীৰ যহত যে গোটেই অসমীয়া জাতিটোৱে জিলিকি উঠিব সেইটোলৈ অলপো নাভাবে কিয়? তদুপৰিও কথাছবিত ভাও লব গলেই বা গীত নৃত্য কৰিলেই যে ছোৱালী বেয়া হল সেই ভাবটো সম্পূৰ্ণ কুসংস্কাৰে ভৰা। শিক্ষিতা ছোৱালীয়ে নিজৰ মান সম্ভ্ৰম ৰাখি চলিব নোৱাৰিলে তেনে শিক্ষাত ধিকাৰ। মোৰ আৰু ভাব, ছোৱালীৰ মন সাহসী হলে কোনো পুৰুষৰ পাশবিকতাই বা বৰ্বৰতাই বশ কৰিব নোৱাৰে।

ৰহণৰ কথা শুনি মদন অবাক হল। মদনে ভবা নাছিল যে অসমীয়াৰ ঘৰত আহি এনেভাৱে গীত বজালৈ উদগনি পাব আৰু ইমান সহজতে অসমীয়া ছোৱালী কথা-ছবিলৈ যাবলৈ ওলাবৰ কাৰণে অভি-ভাবকৰ পৰা উৎসাহ পাব। কিন্তু মদনৰ মনত এটা অস্বাভাবিক ভাবে ঠাই ললে। সি ভাবিলে ইমান ভাল ভাবৰ কথাৰ মাজত নিশ্চয় চৰিত্ৰ-হীনতা আছে। নহলে অসমীয়া সমাজ এতিয়াও ইমান আগ বাঢ়িব

পাৰা নাই যে এনে স্পষ্টভাবে এইবোৰ কথা কব পাৰে। কিন্তু ইহঁতে মতা মানুহৰ লগত কথা-বতৰা কৈ কৈ মুখৰ লাকবান্ধ নোহোৱা হৈছে, গতিকে এনে-ভাবে কথা কবলৈ আগবাঢ়িছে। পিচ মুহূৰ্ত্ততে সি ভাবিলে যি নহওক সিহঁতৰ চৰিত্ৰৰ লগত মোৰ কি সম্বন্ধ। মোক লাগে যাতে কথাছবি কৃতকাৰ্য্য হয়। যি লওক সি আকৌ কথা পাতিলে মই দুই এদিনতে কলিকাতালৈ যাম। মোৰ লগতে হেমেনীক লৈ যাম।

হেমেনী যাব পাৰিব। হেমেনীৰ লগত কালিন্দ্ৰীয়ো যাব। তাই এটা ভাল প্ৰেছ কিনিব। প্ৰেছটো কিনাত অলপ সহায় কৰিবা।

কিয় নকৰিম ? প্ৰেছ কিনি কি কৰিব খুজিছে ?

কব নোৱাৰোঁ। আশাতো বহুতেই। কিন্তু কৰি তুলিব পাৰিলেহে। বাৰু এতিয়া গা-ধুই ইয়াতে খোৱা-লোৱা কৰা।

মদনে কলে একো আপত্তি নাই।

( ২১ )

কাকতৰ সম্পাদনাত জোনাকীয়ে সুন্দৰ ভাবে সহায় কৰিব ধৰিছে। জোনাকীৰ দুই এটা প্ৰবন্ধই পঢ়ুৱৈ সকলৰ মাজত নতুন ভাবৰ সৃষ্টি কৰিছে। অৱশ্যে প্ৰবন্ধৰ ওপৰত নাম নথকাৰ কাৰণে সেই যশখ্যা দীন বৰুৱা সম্পাদকৰ মূৰতে পৰিছে। সিদিনা চাহ মেলত এজনে কৈছে, "বৰুৱা আপোনাৰ কাকতত এইবাৰ ওলোৱা "শিক্ষাৰ আঁচনি" প্ৰবন্ধটোৱে নতুন ভাব দিব পাৰিছে। এনে ধৰণৰ গঠন-মূলক প্ৰবন্ধৰ বৰ আৱশ্যক হৈছে।

এৰা প্ৰবন্ধটো বহুতো ভাবি চিন্তিয়ে দিয়া হৈছে। বৰ্ত্তমান সময়ত শিক্ষাৰ পদ্ধতি সমূলি সাল-সলনি নকৰিলে দেশৰ মঙ্গল ক'ত ? আচল কথা পোন প্ৰথমে নিজৰ ভাষাত সকলো শিক্ষাৰ বাহন হব লাগে।

কিন্তু ইংৰাজী ভাষা এৰি দিলে আমাৰ বাহিৰা জগতৰ লগত সম্বন্ধ নোহোৱা হব। আনকি আন ঠাইত কি ঘটিছে ইংৰাজী কাকত নপঢ়িলে আমি ভালকৈ গম ধৰিব নোৱাৰিম।

মই ইংৰাজী ভাষা এৰিবলৈ কোৱা নাই।

সেইদৰে হিন্দী এৰিলেও আমি ভাৰতৰ আন আন ঠাইলৈ গলে সাধাৰণ জন-সমাজৰ লগত কথা কবলৈ সুবিধা কৰিব নোৱাৰিম। ইংৰাজীৰ বাহিৰে হিন্দী জানিলেও যতে ততে বক্তৃতা আদি দি আমাৰ ভাব প্ৰকাশ কৰিব পাৰোঁ। ভাৰতৰ নেতৃত্বয়ো অধিকাৰ কৰিব পাৰি।

মই হিন্দীয়ো এৰিবলৈ কোৱা নাই।

তেন্তে এটা সৰু লৰাই হিন্দী, ইংৰাজী, অসমীয়া আটাই কেইটা শিকা বৰ দূৰুহ কথা। ইমান সৰু বয়সতে আটাই বিলাকে চেপা দিলে লৰাৰ পক্ষে অন্যায় হব পাৰে।

মই সেইটোয়ো কোৱা নাই।

তেন্তে তুমি কি কব খোজা ? এটাকো এৰিবও নোখোজা আকৌ সেই বোৰৰ চেপাৰ পৰাও লৰাক মুক্ত ৰাখিব খোজা ই কেনে কথা ?

কিয় তুমি প্ৰবন্ধটো ভালকৈ পঢ়িলে সুন্দৰ ভাবে বুজিব পাৰিলা হেতেন।

অৱশ্যে মই ইমুৰৰ পৰা সিমুৰলৈ প্ৰবন্ধটো পঢ়া নাই, কেৱল মাজে মাজে হে চকু ফুৰাইছোঁ। তাতে দুই এটা কথা ভাল দেখিহে মই প্ৰবন্ধটো ভাল বুলিছোঁ। বিশেষত আজি কালি দেশ গঠন মূলক প্ৰবন্ধ আৰু আলোচনা কৰা আৱশ্যক।

সেই প্ৰবন্ধত কৈছে নিজ নিজ মাতৃভাষাত হে সকলো ইতিহাস, বিজ্ঞান, ৰাজনীতি, দৰ্শন শিকিব লাগিব। কিয়নো মোৰ নিজৰ ভাষাত গ্ৰীচ-ৰোম, ইংলণ্ড, ৰুচিয়া, আমেৰিকা যি দেশৰে নহওক ইতিহাস পালে সেইবোৰ উপন্যাসৰ দৰে মাহচেকিতে সকলো দেশৰ মোল পাব পাৰো। অৱশ্যে তাৰিখ, বাৰ বা বছৰ নেত নাথাকিলেও আমি সুন্দৰ ভাবে সেই দেশৰ ঘটনাবোৰ জানিব পাৰো। ৰাজনীতি ক্ষেত্ৰতো তেনে একে কথা। যদি আমাৰ নিজৰ ভাষাত ৰাজনীতিৰ কিতাপ বোৰ পঢ়িব

পাবো তেন্তে আমি কম দিনতে সেইবোৰত বুৎপত্তি লভিব পাবো। আনকি সাধাৰণ বনুৱা কৃষকেও সেইবোৰ কিতাপ পঢ়ি সুন্দৰ ভাবে ৰাজনীতিজ্ঞ পুৰুষ হৈ উঠিব পাৰে। বিজ্ঞানতো সেই একে কথা।

এবা কথাটো হয়। কিন্তু আচল কেৰোণ তাতে আছে। সেই কিতাপ বোৰ অসমীয়াত কেনেকৈ পাবা ? আকৌ অসমীয়াত সেই কিতাপবোৰ ভাঙিব লাগিলেও ততালিকে সেই শব্দবোৰ কেনেকৈ পাবা !

যি বিলাক কিতাপ ততালিকে আৱশ্যক সেইবোৰ গবৰ্ণমেণ্টে বেলেগ বোৰ্ড কৰি অসমীয়াত ভঙাব লাগিব। গবৰ্ণমেণ্টে সেই মানুহ বোৰক দৰ্ম্মহা দিব লাগিব আৰু কিতাপবোৰ নিজে ছপাব লাগিব। শব্দৰ সম্বন্ধে ইংৰাজী যি শব্দ আছে সেইবোৰ তেনে ধৰণে ৰাখিব লাগিব। যাতে পৃথিবীৰ লগত আমাৰ সম্বন্ধ থাকে। কিন্তু সেইবিলাকৰ ব্যাখ্যা অসমীয়াত হব লাগিব।

তাৰ মানে ?

ধৰা "ৰেডিও"। এই শব্দটো সেই ধৰণে থাকক। কিন্তু কেনেকৈ ৰেডিওত শব্দ আহে বা কথা-বতৰা, গীত বাদ্য ফুটি উঠে সেইবোৰৰ ব্যাখ্যা অসমীয়াত হব লাগিব। যাতে সাধাৰণ চহা-গাঁৱলীয়ায়ো ৰেডিও সম্বন্ধে সুন্দৰ জ্ঞান পাব পাৰে। সেইদৰে "Hydro Electric" সেই শব্দতে থাকক। কিন্তু তাৰ কামবোৰ বা কেনেকৈ কৰে ইত্যাদি ব্যাখ্যা বোৰ সহজ অসমীয়াত হব লাগিব। যাতে সাধাৰণ মানুহবো সহজে বোধগম্য হব পাৰে! তেন্তে জগতৰ জ্ঞানৰ ভৰাল কম দিনতে অসমীয়াই লভিব পাৰি আন আন বিচাৰ্চ কামত আগবাঢ়িব পাৰিব।

ভালকথা। কিন্তু ইংৰাজী, হিন্দী আদি কেনেকৈ ৰাখিব খোজা ? ধৰা বৰ্ত্তমান যি নিম্ন প্ৰাইমেৰী স্কুল আছে, সেইটো আৰু অলপ উন্নত কৰি হাইস্কুলৰ ৬ষ্ঠ মানলৈ হোৱা অসমীয়া অঙ্ক, ভূগোল, ইতিহাস আদি শিকোৱা অৱস্থালৈ অনা হওক। মাইনৰ স্কুল বিলাক হাইস্কুললৈ অৰ্থাৎ ৭ম শ্ৰেণীৰ পৰা ১০ম শ্ৰেণীলৈ উন্নত কৰি তাত ইংৰাজী আৰু হিন্দী



শিকোৱা হওক। লগে লগে আন বিষয় বোৰো কিছু পৰিমানে উন্নত ধৰণে শিকোৱা হওক। তাৰপিচত হাইস্কুল বোৰ আন আন-"টেক্‌নিকাল" স্কুলত বা সুকীয়া লাগতিয়াল বিষয় শিকোৱা স্কুলত পৰিণত কৰা হওক। তেতিয়া হলে গবৰ্ণমেণ্টৰো বেচি বেগ পাব নালাগিব। বৰ্ত্তমানে হাইস্কুলৰ শিক্ষক বোৰ আন আন নতুনকৈ গঢ়া আন আন মাইনৰ স্কুলত সুমুৱাব পাৰিব। আনপিনে বহুতো টেক্‌নিকাল স্কুলৰ ঘৰ পোৱা কাৰণে বা সেইবোৰত মানুহ পোৱা কাৰণে গবৰ্ণমেণ্টৰ টকা ভগাত বহুতো সহায় হব।

টেক্‌নিকাল স্কুল কেনে ধৰণৰ কৰিব খোজা ?

অসমীয়া মানুহৰ যি বিলাক আটাইতকৈ লাগতিয়াল বস্তু সেইবোৰ কৰিবলৈ লৰাই শিক্ষা পাব লাগে। যেনে বেজী, সূতা, দৰব-পাতি, দোৱাত-কলম, ফাউণ্টেন পেন, কাপ-পিয়ালা, গিলাচ, ছাটি, জাপি, লাঠি, চাবন, জোটা, খৰম, সূতাকটা, কাপোৰবোৱা, দীপচকু গঢ়া, জুইকাঠি কৰা, লেম চাকি, লেমৰ ফিটা, হোকা-চিলিম, বিৰি চিগাৰেট, কাহি-বাতি, কেৰাহি, বালটি, কলহ, গেঞ্জি, মোজা, গলবান্ধা, দাকুঠাৰ, কোৰ আদি লোহাৰ কামবোৰ, মটৰকাৰ, গৰুৰ গাড়ীৰ চকা আদি কৰা ইত্যাদি বিশেষ বিশেষ যিবোৰ বস্তু দৈনন্দিন লাগে সেইবোৰৰ টেকনিকাল স্কুল হব লাগে। তাৰ লগে লগে শিল্পৰ উন্নতি সম্বন্ধে নানা তৰহৰ উপায় অৱলম্বন কৰিব লাগে। এনে শিক্ষা কেৱল অৰ্থকৰীয়ে নহব দেশকো আনৰ ওপৰত চাই থকা কৰিব নলগীয়া কৰিব। এনেবোৰ শিক্ষা নহলে কেৱল বাইৰণ, কীট্‌চ, গীতা, ভাগবতে বা মানসিক মল্লযুদ্ধ বা কণ্ঠত সকলো জ্ঞান থাকিলে সৱল জাতি সৱল দেশ গঢ়ি উঠিব নোৱাৰে।

কলেজ বা ইউনিভাৰ্চিটিত কি কৰিব খোজা।

জগতৰ লগত অৰিয়াঅৰি। নতুন নতুন তথ্য বাহিৰ কৰি বিশ্বজগতৰ উন্নতি কৰা। এটমিক অস্ত্ৰৰ যেনে সৃষ্টি কৰিব জানিব লাগিব, তেনেকৈ সেই এটমিক অস্ত্ৰ যাতে জগতৰ ধ্বংসৰ কাৰণ নহৈ জগতক আৰু এখোপ আগবঢ়াই নিবলৈ শক্তিমান হব পাৰে, তাৰ উপায়

উলিওৱাত মগ্ন থাকিব লাগিব। জগতক বুজাব লাগিব ভাৰতৰ স্বাধীনতা বিশ্বৰ মঙ্গলৰ কাৰণে।

বুজিছো তোমাৰ প্ৰবন্ধটো আকৌ ভালকৈ পঢ়িব লাগিব। ইয়াৰ আৰু ক্ৰমশ ওলাব জানো ?

নিশ্চয় !

লিখক কোন ?

অৱশ্যে লিখকৰ নাম কোৱা সম্পাদকৰ কৰ্ত্তব্য নহয়। বিশেষত যেতিয়া নিজে প্ৰবন্ধত নাম দিয়া নাই। অৱশ্যে প্ৰবন্ধ দিওঁতা নতুন লিখক। লিখক কিয় ! আচলতে লিখিকা বুলি কলেহে আচল কোৱা হয়। নতুন লিখিকা হলেও লিখাৰ যে প্ৰতিভা আছে নুই কৰিব নোৱাৰি।

নাম ? নাম জানিবলৈ বিশেষ ইচ্ছা হৈছে লিখক নহৈ লিখিকা বুলি কোৱাত হে।

নাম কোৱা উচিত নহয়। তথাপি তুমি বৰকৈ সুধিলা যেতিয়া কওঁ, তেওঁৰ নাম জোনাকী। এম এ পাচ।

এনে লিখিকাক যিমান পাৰে উৎসাহ দিব লাগে।

এৰা মোৰ উৎসাহতে তেওঁ ইমান আগবাঢ়িছে। আগেয়ে প্ৰেছৰ কাম কৰিছিল। কিন্তু মই তেওঁৰ প্ৰতিভা দেখি সম্পাদকৰ শ্ৰেণীত ভুক্ত কৰিছোঁ। মই সিদিনা দেখিলো তেওঁৰ বহুতো কিতাপো আছে।

( ২২ )

তপন ফুকনৰ মনত দিনে দিনে হিংসা দ্বেষ, ঈৰ্ষা, চৰিবহে ধৰিছে। তাৰ ভাব জোনাকীয়ে তাৰ সুখ আশা ভবিষ্যত সকলো নাই কৰিলে। তাৰ আৰ্থিক উন্নতিৰ বিধি পথালি দিলে। আগেয়ে জোনাকী নহাত সম্পাদকৰ সি যি ভাল পোৱা পাইছিল তাৰ পৰা বঞ্চিত হৈছে।



গতিকে সি যেনেতেনে জোনাকীৰ সৰ্ব্বনাশ কৰিব। কি ভাবে জোনাকীৰ সি অন্যায় কৰিব পাৰে সদাই সি ভাবি আছে। সি অফিচত কাম কৰে প্ৰত্যেক মুহূৰ্ত্তে ভাবে কেনেকৈ জোনাকীৰ দোষ উলিয়ায়। সি ঘৰত গৈ ভাবে কি উপায়ে জোনাকীক আঁতৰাব পাৰে। কিন্তু তাৰ সকলো চেষ্টা বিফলে যোৱা দেখি লগে লগে কাকতত ওলোৱা জোনাকীৰ প্ৰবন্ধ বোৰৰ মানুহৰ মুখে মুখে প্ৰশংসা শুনি তাৰ ঈৰ্ষা ভাব বেচিহে চৰিছিল। সি এজন অসমৰ ভিতৰত নামজ্বলা সাহিত্যক। যদিও বয়সত এতিয়াও যুজন হৈ উঠা নাই তথাপি ইতিমধ্যতে কেবাখনিও কিতাপ উলিয়াই মানুহৰ মন আকৰ্ষণ কৰিব পাৰিছে। আৰু সাহিত্যিক শ্ৰেণীত নামও পাইছে। এনে স্থলত তাৰ প্ৰবন্ধৰ কথা নকৈ জোনাকীৰ প্ৰবন্ধৰ নাম যশ গোৱা তাৰ অন্তৰত বিষ সদৃশ। সিদিনা তাৰ এজন বন্ধুৰ লগত ফুৰিবলৈ গৈছে। বন্ধুজনে কলে এইবাৰ বাতৰি কাকতত ওলোৱা গাওঁ সংগঠন সম্বন্ধে প্ৰবন্ধটো নিশ্চয় তুমি লিখা।

কিয় ?

প্ৰবন্ধলিখাৰ ভঙ্গী আন নতুন আঁচনি দেখিয়ে প্ৰগতিশীল লিখকৰ বাহিৰে আন কাৰ হব ? আৰু তোমালোকৰ মাজত তোমাৰ বাহিৰে প্ৰগতিশীল সাহিত্যিক কোন আছে ?

তপনফুকনৰ মুখ গম্ভীৰ হব। কিয়নো সি জানে সেই প্ৰবন্ধ তাৰ নিজা নহয়। সেই প্ৰবন্ধ জোনাকীৰহে।

বন্ধুজনে কলে গাঁৱৰ উন্নতি কৰিবলৈ হলে তাত লিখা আচল কথা গাঁৱলীয়া সমাজক ৰাজনীতি জ্ঞানৰ প্ৰচলনেই আচল কথা। স্বাধীন মানুহৰ দাবী নিসঙ্কোচে কৰিব পাৰিলেই সকলো শোষণ, অন্যায়, অত্যাচাৰৰ পৰা ৰক্ষা পাব পাৰি। তাতলিখা গবৰ্ণমেণ্টৰ প্ৰচাৰক বিভাগৰ পোম প্ৰথমে যে সেয়ে কৰ্ত্তব্য তাত নুই কৰিব নোৱাৰি। এই প্ৰচাৰক বিভাগে বা জনশিক্ষা বিভাগে মাদহীয়া বা বুঢ়া সকলক ক, খ, শিকোৱাতকৈ ৰেডিও পুথিভৰাল, দৈনিক বাতৰি কাকত আদি গাঁৱত দি গাঁৱলীয়াৰ মন সবল, উদাৰ আৰু নিজৰ দাবীৰ মোল বুজাব পাৰা

শক্তি বঢ়োৱা যুগুত। তদুপৰিও তেওঁলোকেহে আচল ৰজা। গবৰ্ণমেণ্ট বা গবৰ্ণমেণ্টৰ চাকৰিয়াল সকল তেওঁলোকৰ প্ৰভু নহয় সেৱকহে। এই কথাৰ মৰ্ম্ম হৃদয়ে হৃদয়ে অনুভৱ কৰাব পৰাহে আচল কৰ্ত্তব্য।

তপনে একো নামাতিলে।

তদুপৰিও সেই প্ৰবন্ধৰ লিখাৰ ভঙ্গী, এপিনে গবেষণা-মূলক কথা আনপিনে গল্পৰ স্বৰূপ। চোৱা সেই গাঁৱলীয়া মাধা অৱস্থাত এবেলা খাই সিবেলা লঘোনে থাকিব লাগে। জগতৰ মোল নাপাই, দেশৰ মোল নাপাই, সমজে কি নুবুজে। দিনটো কাম কৰেহে কৰে। কিন্তু এবেলাৰ ভাত মোকোলোৱাৰ বাহিৰে সি উপায় নাপায়। কিন্তু তাৰ কাৰণে তাৰ জীৱনৰ সকলো শক্তি, সকলো চেষ্টাতে ব্যস্ত থাকিব লাগে। তাৰ সৰগ দেখা পজা ঘৰটোৰ কাৰণে সি সদাই ভাবি থাকিব লাগে। তাৰ বেমাৰী পৰিয়াল, গাভৰুৰ পোৱালীৰ দৰে লৰা-ছোৱালী কেইজনৰ পেট প্ৰবৰ্ত্তনৰ কাৰণে তাৰ সকলো শক্তি ক্ষয় কৰিবলৈ লাগে। কিন্তু সেইবিলাকক ভাল কৰিবলৈ শিক্ষা দিবলৈ দেশৰ উপযুক্ত কৰি গঢ়িবলৈ তাৰ উপায় নাই। ইত্যাদি এনে কথাবোৰে মানুহৰ আচল চিত্ৰ ফুটাই তোলা নাই নে? তথাপি সি তাতে খাটি আছে। ঈশ্বৰে যি কৰিছে তাত বাধা দিবৰ মনুষ্যৰ কি শক্তি। এই ভাবতে সন্তোষ লভি আছে। গবৰ্ণমেণ্ট বা সমাজে তাৰ অৱস্থা ভবা নাই। তেওঁলোকৰো ভাব সংসাৰত সকলো সমান হব কেনেকৈ? পাঁচোটা আঙুলিটো সমান নহয়। পাঁচোটা আঙুলি সমান নহয় সঁচা। কিন্তু পাঁচোটা আঙুলিৰে সংসাৰত আৱশ্যক আছে। এটাৰ অভাৱত সেইটো সুন্দৰ ভাবে প্ৰমাণ পোৱা যায়। তদুপৰি পাচোটা আঙুলি ভালভাৱে সবল কৰি ৰাখিব নোৱাৰিলে বিপদ আছে। আনকি এটা কিবা হলে সেইটোৱে আন বোৰকো গোটেই দেহটোকো অৱশ কৰি তুলিব পাৰে।

তপনে কলে "এৰা, এটা প্ৰবন্ধৰ কথা কিমান কোৱা? বাতৰি কাকতত আৰু আন প্ৰবন্ধ নেদেখিলা হবলা?"

আন প্ৰবন্ধ বোৰে অলপো মন অকৰ্ষণ কৰিব নোৱাৰে। চোৱা



সেই পেলেষ্টাইনৰ কথা লিখিছে। কিন্তু সেইবোৰ ইংৰেজী কাকতৰ ভাঙনি। তাত নাই নতুনত্ব। নাই সেই মৌলিকত্ব। সেয়ে কেনেকৈ আমাক মুহিব পাৰে?

আচলতে সেই প্ৰবন্ধটো তপনে লিখা। প্ৰবন্ধৰ এনে সমালোচনা তাৰ মনত তীব্ৰ হৈ উঠিছিল। সি কলে মই এতিয়া যাওঁদেই। আজি বহুতো কাম আছে। বুলিয়েই তপন আঁতৰিল। কিন্তু বাটে বাটে তাৰ মনত ভাব হল সি আৰু সময় লব নোৱাৰে। সি জোনাকীক নষ্ট কৰিব। ঘৰত গৈ দেখিলে তাৰ মেজৰ কাষত এটা বটল পৰি আছে। সেই বটলটোত তাহানি কলেজৰ পৰা অনা নাইট্ৰিক এচিদ আছিল। তাৰ চকু সেই বটললৈ পৰাত তাৰ মনত খেলালে এয়ে অমোঘ অস্ত্ৰ! কাইলৈ! কাইলৈ! জোনাকীৰ সকলো ৰূপ সৌন্দৰ্য্য প্ৰতিভাৰ অন্ত কৰিব। তাই যেতিয়া কাম কৰি অকলে অকলে যাব বাটত অকলে লগ ধৰি এই নাইট্ৰিক এচিদ মুখত ঢালি দিব। তইৰ ৰূপ সৌন্দৰ্য্যৰ গৌৰব মুহূৰ্ত্ততে চুৰমাৰ হব। তাইৰ চকু অন্ধ হৈ সকলো লিখাৰ প্ৰতিভাৰ অন্ত হব। সি যিমানেই ভাবিলে সিমানেই তাৰ ঈৰ্ষা জলি উঠিল। নাই নাই পিচত যিহকে নহওক তাৰ বৰ্ত্তমান শত্ৰু সি ধ্বংস কৰিব। আৰু তাক বা ধৰিব কোনে। সি অকলশৰীয়া বাটত এই কাম কৰিয়ে অন্তৰ্দ্ধান হব।

পিচ দিনা! এটা ভাবিব লগীয়া দিন! ৰাতিপুৱাৰ পৰা তপনে তাৰ মনটো সবল কৰি তুলিছে। তাৰ ঈৰ্ষাৰ আহুতি স্বৰূপ, তাৰ সম্বল নাইট্ৰিক এচিদৰ বটলটো ভালকৈ পৰিষ্কাৰ কৰি কাকতত মেৰুৱাই লৈছে। প্ৰত্যেক মুহূৰ্ত্তে ভাবিছে, মই তাইক কি কৰিছিলো যে মোৰ সকলো কামতে তাই বিধি পথালি দিব! অজানাতে তাই তেনে কৰিছে! হওক, জানাতে হওক বা অজানাতে হওক মোক অন্যায় কৰিবলৈ তাইৰ কি অধিকাৰ আছে? অন্যায় কৰাৰ উপযুক্ত শাস্তি হব। দহ বাজিল। সি ভাত-পানী খাই লাহে লাহে ৰূপখিনিলৈ খোজ ললে। প্ৰত্যেক খোজতে তাৰ চঞ্চল ভাব। সমুখত তাৰ ঈৰ্ষাৰ অগ্নি শিখা! সি যাওঁতে বাটৰ দোমোজাত আন ফালৰ পৰা অহা

জোনাকীক লগ পালে। জোনাকীয়ে সবল হাঁহিবে কলে "আপুনি আহিল।"

এৰা! কিন্তু জোনাকীৰ সেই হাঁহিত যেন তাৰ অলপো শান্তি নাই।

জোনাকীয়ে অকৌ কলে বাতৰি কাকতত লিখা আপোনাৰ প্ৰবন্ধটোৰ ভাষা এনে সুন্দৰ হৈছে। সেইটো ভাঙনি বুলি কবকে নোৱাৰি।

কিন্তু এনে কথায়ো তাৰ ঈৰ্ষাৰ জুই শিখা নুমাব নোৱাৰিলে। সি ভাবিছে আৰু ছয় ঘণ্টা! এই ছয় ঘণ্টাৰ পিচত কি অঘটন ঘটিব তই জানা নাই, কোনোৱে জনা নাই। কেৱল জানিছোঁ মই আৰু যদি কৰবাত ঈশ্বৰ আছে তেওঁ।

জোনাকীয়ে আকৌ কলে আপোনাৰ মনটো দেখো আজি কেনে বিষণ্ণ হৈ আছে? ঘৰত কিবা লাগি আহিছে নেকি? নে ভাত-পানী ঘৰত নাখালে।

তপনে জোনাকীৰ কথাত কি উত্তৰ দিব ততালিকে বিমোৰত পৰি কলে মানুহে খোৱা নোখোৱা, বেজাৰ বিৰক্তি পোৱা বা খং কৰা ততালিকে কেনেকৈ বুজা?

মানুহৰ মুখত যে এইবোৰ ফুটি উঠে।

থোৱা থোৱা। মুখ দেখি সকলো কথা কব পাৰিলে মানুহে ভবিষ্যত জানি বহুতো সময়ত নিজক ৰক্ষা কৰিব পাৰিলা হেতেন। এই কথা কোৱাৰ লগে লগে তপনে ভাবিছিল "আৰু পাঁচ বা ছয় ঘণ্টা কিয় ৰব লাগে। ইয়াতেই সকলো শেষ কৰো। পিচত বা সুবিধা পাওঁৱেই নে নাপাওঁ।"

জোনাকীয়ে আকৌ কলে আপোনাৰ লিখা কিতাপ কেইখনি মই পঢ়িলো। বাস্তৱতে কিতাপ কেইখনিৰ ভাষা আৰু ভাৱ বৰ মনোৰম হৈছে। অসমীয়া লিখক সকলৰ মাজত দুই এজনেহে তেনে ভাবে লিখিব পাৰে।"



কিন্তু তপনৰ সেই কথালৈ মন নাই। সি ভাবিছে কি কৰিব? এতিয়াই সকলোৰে মুদা মাৰিব নে? এই বুলিয়েই সি জেপত হাত ভৰালে।

জোনাকীয়ে কৈ গল "যদি আপুনি তেনে লিখাৰ লগে লগে বাস্তৱতা আৰু সমস্যা সুমুৱাব পাৰিলে-হেতেন তেন্তে আপুনি এজন অসাধাৰণ লিখক হিচাবে গন্য হল হেতেন। লিখাত আপোনাৰ মনৰ কথা ততালিকে ভাঙি নিদি পঢ়ুৱৈ সকলৰ উৎকণ্ঠা বঢ়াই নিব পাৰিলে শিল্পীৰ নৈপুন্য পঢ়ুৱৈ সকলে মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰিব।"

ঠিক এনে সময়তে তপনে চৌদিশে চালে। সি দেখিলে পিচ পিনে কেজনমান মানুহ আহিছে। সি আকৌ ধৰ্য্য ধৰিলে। ছিঃ! সকলো মিছা হল। কৰ মৰটাঙোন কেজন ওলালহি। এনে অকলশৰীয়া ঠাইতো সুবিধা নহল। সিপিনে চাগৈ মানুহ ভৰিয়ে আছে। সি তাৰ কল্পনা কামত পৰিনত কৰিব নোৱাৰি জোনাকীৰ কথাৰ উত্তৰ স্বৰূপে কলে মানুহৰ কল্পনা কামত পৰিণত কৰা কিমান দুৰুহ। নহয়নে?

তপনে কথা ঘূৰাই কলে, মইতো ভাবো ডাঙৰ লিখক বুলি মই গন্য হওঁ, কিন্তু সেইটো হোৱা সহজ নহয়।

তথাপি চেষ্টা কৰক। ডাঙৰ ডাঙৰ লিখক সকলৰ কিতাপ পঢ়ক দেখিব তেওঁলোকৰ লিখা ভঙ্গী এবাৰ লব পাৰিলে আপুনি কম সময়তে জাকত-জিলিকা হৈ উঠিব। এনে সময়তে ৰহণ আৰু এজন মানুহ মটৰত উঠি আহি সেইখিনি পালেহি। মটৰ ৰাখি ৰহণে জোনাকীক কলে, জোনাকী প্ৰেছলৈ এতিয়া যাব নালাগে। এঠাইলৈ যাব লাগিব। দুঘণ্টামান পিছত প্ৰেছলৈ যাবি।

জোনাকীয়ে সুধিলে "কিয়?"

কাম আছে।

তেন্তে মই এখনি চিঠি লিখি এওঁৰ হাততে দিওঁ। বুলিয়েই চিঠি এখন লিখি তপন ফুকনৰ হাতত দিলে।

তপনে সুধিলে আজি নাহিবই জানো!

আহিব। দুঘণ্টাৰ পিচত। বুলিয়েই জোনাকীক মটৰত তুলি ললে। তপন ফুকনে নানা তৰহৰ কথা ভাবি ভাবি প্ৰেছ পাই চিঠি খনি সম্পাদকৰ হাতত দিলে। সিদিনা তপনৰ কামলৈ সমুলি মন নাই, কেৱল ঘৰিলৈ চাইছে আৰু প্ৰত্যেক মূহূৰ্ত্ততে ভাবিছে কেতিয়া জোনাকী আহে। দুঘণ্টা উকলিল তেওঁ জোনাকী নাই। তেওঁৰ উচ-পিচনি লাগিল। ভাবিলে আজি সকলো ষড়যন্ত্ৰ অথলে গল। যাওক কাইলৈ নিশ্চয় আহিব। কাইলৈ তাই কেনেকৈ ৰক্ষা পৰে। পাচ বাজিবলৈ কেইমিনিট মান বাকী। এনে সময়তে জোনাকী, ৰহণ আৰু সেই আগৰ মানুহজনে মটৰত আহি প্ৰেছত সোমালহি। তপন ফুকনে জোনাকীক পোন প্ৰথমে দেখি ভাবিলে আজিয়েই, আজিয়েই শুভস্য শীঘ্ৰং। এনেবোৰ কথা যিমানেই ভাবি থকা যায় সিমানেই মনৰ অশান্তি বাঢ়ে। কিন্তু তাৰ মুখ ততালিকে কলা পৰিল। সি দেখিলে তাইৰ পিচে পিচে ৰহণ আৰু এজন মানুহ আহিছে। ৰহণে সম্পাদকক দেখিয়ে কলে জোনাকীয়ে আজিৰ পৰা ইয়াত কাম নকৰে, তাইক বিশেষ কাৰণত কলিকতালৈ পঠিয়াৱ লগীয়াত পৰিলো।

কলিকতালৈ কিয়? তেওঁ ইয়াত থকাহলে বৰ নাম কৰিব পাৰিলে হেঁতেন। তেওঁৰ লিখাত সুন্দৰ হাত আছে।

নাই তাই কলিকতালৈ যাবই লাগিব। হেমেনীও যাব কথাছবিত ভাও লবলৈ। এই এটা প্ৰেছ কিনি আনিব। আমি প্ৰেছ চলাম আৰু এখনি কাকত উলিয়াম।

এওঁ কোন? বুলি অহা মানুহজনলৈ আঙুলিয়ালে।

এওঁ অসমীয়া কথাছবি উলিয়াবলৈ চেষ্টা কৰিছে। নাম মদনবৰুৱা। যোৰহাটৰ। এওঁৰ লগতে ইহতক পঠিয়াম। মইয়ো যাম। দিনচেৰেক তাতে থাকি আকৌ উভতিম।

কিন্তু মই হলে এইবোৰ একো ভাল দেখা নাই। অসমীয়াই আকৌ কথাছবি উলিয়াই? যি কেইখন উলিয়াইছে তাতে হৈছে কেৱল কলিকতালৈ নি ছোৱালী বিলাকক নষ্ট কৰা বুধিহে।



কি নষ্ট কৰিব? এতিয়াও তেনে ভাবত থাকিলে দেশ উধাব নোৱাৰে।

দেশ উধাব নোৱাৰিলে বুলি জুইত ছগা পৰাৰ দৰে জাপ মাৰি পৰিলে দেশৰ লাভ হব নে? দেশৰ উপকাৰ কৰিবৰ আচল উপায় হৈছে এনে কাকতত লাগি থাকি দেশক আচল পথৰ সন্ধান দি দেশক লাহে লাহে আগবঢ়াই নিয়া।

বাৰু সেই বোৰ তৰ্ক এতিয়া থাকক। সকলো গতিত নতুন পন্থা, নতুন আচনি, নতুন উদ্যম নহলে সাতামপুৰুষীয়া পথকে সাৱটি থাকিলে নহব। হয়তো নতুন কৰিব যাওঁতে কেতিয়াবা গড়খাৱৈত পৰিবৰ সম্ভৱ থাকে। কিন্তু সেই বুলিয়ে অচিনাকী ঠাইত কতো খোজ কাঢ়িব নালাগে সেইতো হব নোৱাৰে। আহোঁ, আপোনাক নোকোৱাকৈ তাইক পথালে আপুনি বেয়া পাব বুলিহে আহিলো।

কিন্তু মাহ পূৰকৈ নগলে তেওঁ দৰমহা পাব নোৱাৰে। দীনবৰুৱাই ভাবিছিল কিজানি দিনচেৰেক আৰু থাকিলে বঢ়াই বুজাই জোনাকীৰ মন আনফালে ঢাল খুৱাই কলিকতালৈ যোৱা বন্ধ কৰিব পাৰে। তেওঁৰ ভাব হৈছিল সিহঁতে যে দেখা কৰিব আহিছে আচল দৰমহাৰ কাৰণে। গতিকে দৰমহা এতিয়া দিব নোৱাৰো বুলি কলে ৰবৰ বাধ্য হব।

ৰহণে হাঁহি মাৰি কলে, বাৰু দৰমহা নালাগে, আহোঁ দে। বুলি ততালিকে আটাইকেইজনে সেৱা কৰি মটৰত উঠিলগৈ। নিলগৰ পৰা মেনেজাৰক দেখি জোনাকীয়ে তেওঁকো এটা প্ৰণাম কৰি আহিলে।

মেনেজাৰে ৰবা! ৰবা! অলপ।

ৰহণে কলে আৰু সময় নাই। আমি ৰেল ধৰিব লাগিব। অইন সময়ত সুবিধা পালে কথা হম বুলি ততালিকে মটৰ এৰি দিলে। তপন ফুকনে এইবোৰ কথা শুনিয়ে আছিল। তাৰ মনটো প্ৰফুল্লতাত দুইহাত মান ওপৰলৈ উঠিল। প্ৰথম কাৰণ তাৰ বিধি পথালি

আঁতৰ হল। দ্বিতীয় কাৰণ সি যি জঘন্য পন্থা লব খুজিছিল তাৰ পৰা ৰক্ষা পৰিল। সি ভাবিলে ঈশ্বৰক শত ধন্যবাদ। এতিয়া চাওঁ সম্পাদকে কাৰ ওপৰত গহ কৰে? অমুকাক খাটিব নকৰি কেনেকৈ থাকে?

## ( ২৩ )

মৰ্দন, জোনাকী, হেমেনী কলিকতালৈ গল। ৰহণে সিদিনা যাব নোৱাৰিলে। কিয়নো ৰহণ অইন কামত ব্যস্ত থাকিব লগীয়াত পৰিল। ৰহণে কৈ পঠিয়ালে মদনহতে তাত প্ৰেছ ঠিক কৰি কিনিব লগীয়া হলে টকা পইছা লৈ তাই কলিকতালৈ যাব। তাৰ পিচত প্ৰেছ কিনি তাই আহিব। হেমেনী যিমান দিন কথাছবিৰ কাৰণে থাকিব লাগে সিমান-দিন জোনাকীও লগতে থাকিব। জোনাকীহতে কলিকতা পাই দিনচেৰেক কলিকতা চালে, লগে লগে কথাছবিৰ দিহা কৰিব ধৰিলে। জোনাকীয়ে এনেয়ে বহি থাকি আমনি লাগি দুই এটা ইংৰাজী প্ৰবন্ধ লিখি ইংৰাজী কাকতত দিব ধৰিলে। সিদিনা এটা প্ৰবন্ধ ওলাইছে অসম অসমীয়াৰ কাৰণে। তাত জাতীয় মহা-সভাৰ নীতি বিশ্লেষণ কৰি লগে লগে সমালোচনা কৰিছে। সমালোচনাৰ ঘাই কাৰণৰ ভিতৰত এটা কাৰণ দিছে অসম পূব প্ৰান্ত প্ৰদেশ। তাৰ তিনিওফালে পাকিস্থান আনফালে ব্ৰহ্মদেশ। গতিকে ইয়াক ৰক্ষা কৰিবলৈ অশেষ সৈন্য সামন্ত, যুদ্ধৰ আহিলা-পাতি লাগিব। কিন্তু অসমীয়া কেইজনে সৈন্যও হব, ব্যবসায়ীয়ো হব, খেতিয়ক হৈও খেতি কৰিব, চাকৰীও কৰিব, সাহিত্যও সাধনা কৰিব, একেলগে সকলো কৰা অসম্ভৱ। আন ঠাইৰ মানুহ আহি সৈন্য সামন্ত হৈ, ৰেল-জাহাজ, ব্যোমযান চলাই অসমত বাস কৰিবই লাগিব। গতিকে অসম কেৱল অসমীয়াৰ কাৰণে বুলি চিঞৰিলে কেনেকৈ হব? তেন্তে অসমীয়াৰ স্বাৰ্থ, অসমৰ স্বাৰ্থ ৰক্ষা



কৰিবলৈ উপায় কি? উপায় কেৱল অসমীয়া সাহিত্য চহকী কৰা, বিদেশী সকলৰ লগতে বিয়া বাৰুৰ প্ৰচলন কৰা; বিদেশী সকলক অসমীয়াই নিজস্ব কোলাত সাবটি লোৱা আৰু আদালত, স্কুল কলেজত যিমান সোনকালে পাৰে অসমীয়া ভাষা প্ৰচলন কৰা। পাহাৰী বা ভৈয়ামৰ উপজাতি সকলক অসমীয়া কৰি লোৱা। সৈন্য সামন্ত ৰেল জাহাজৰ কাৰণে ওচৰৰ প্ৰদেশৰ বঙালী অধিবাসী নানি আন প্ৰদেশৰ লোক অনা। কিয়নো আন প্ৰদেশৰ মানুহবোৰ বহুদিন অসমত থাকিলে স্বাভাবিকতে অসমীয়া হব আৰু তেওঁলোকৰ মনত বৃহৎ বঙ্গ গঢ়া সপোনৰ স্বাৰ্থ নাথাকিব। তদুপৰিও তেওঁলোকে হয় হিন্দী নাইবা অসমীয়াকে নিজৰ ভাষা কৰি লব।" এই প্ৰবন্ধ পঢ়ি বঙালী সকলে আগৰ ডোখৰ বৰ ভাল পালেও পিচৰ দোখৰত তেওঁলোকৰ ভয়ঙ্কৰ খঙ উঠিল। পিচ দিনাই সেই প্ৰবন্ধৰ বহু কাকতত নানা সমালোচনা ওলাল। ঘাই সমালোচনাৰ উপাদান হল বঙালী জাতিলৈ ঘৃণা, দ্বেষ বঢ়াই বঙালী জাতিক জগতৰ সমুখত হেয় কৰাই এই প্ৰবন্ধৰ উদ্দেশ্য। তদুপৰিও ওচৰৰ প্ৰদেশ দুখনৰ মাজত কাজিয়াপেচাল বৃদ্ধি কৰা এই প্ৰবন্ধৰ ফল হব।

অসমতো এই প্ৰবন্ধে খলক লগাগে। অসম অসমীয়াৰ কাৰণে হব নোৱাৰে এনে প্ৰবন্ধ অসমীয়া ছোৱালীয়ে লিখিব পাৰে বুলি। কোন এই ছোৱালী বিচাৰ কৰিব ধৰিলে। জাতীয় মহাসভাত ভয়ঙ্কৰ প্ৰতি-বাদ হল। সেই প্ৰতিবাদ বোৰ যুক্তিৰ ফালে ঢাল নাখাই ক্ষুদ্ৰ প্ৰাদেশিকতা আৰু লিখিকাৰ ওপৰত বিদ্ৰূপ বাণীহে হৈছিল। জোনাকীয়ে সেই সমালোচনাবোৰৰ উত্তৰত লিখিছিল লিখিকালৈ চোকাবাণ মৰাতকৈ অসমীয়াৰ সকলো শক্তি, দেশ গঠণ আৰু অসমক স্বাবলম্বী কৰি তুলি কি ৰাজনীতি, কি অৰ্থনীতি, কি সমাজনীতি, শিল্প কলা, যান্ত্ৰিক উন্নতি, বেহা-বেপাৰ, খেতি সেই বোৰৰ কাৰণেহে লগোৱা উচিত। বঙালী সকলৰ সমালোচনাৰ উত্তৰত লিখিছিল বঙালী সকলে মোৰ প্ৰবন্ধই তেওঁলোকক হেয় কৰা বুলি লিখিছে। কিন্তু

তেনে লিখাৰ আগতে তেওঁলোকে নিজস্ব মনত ভাবি চাওক সঁচাকৈয়ে তেওঁলোকে ক্ষুদ্ৰ প্ৰাদেশিকতা অৰ্থাৎ "বঙ্গ আমাৰ জননী আমাৰ" ভাবটো এৰিব পাৰিছে নে ? নাইবা বৃহৎ বঙ্গ গঢ়াৰ সপোন এৰিছে নে ? অথবা বঙ্গতকৈ ভাৰতৰ স্বাৰ্থ আগ বুলি ভাবিব পাৰিছে নে ? অথবা বঙ্গ ভাষা কেবল ভাৰতৰ উচ্চ ভাষা এই ভাবটো এৰিব পাৰিছে নে ? যদি নাইপৰা সঁচাকৈ তেওঁলোকক জগতে নেওচা-কেওচা দিব। মোৰ প্ৰবন্ধই হেয় কৰিব নালাগে। নিজৰ দোষতে নিজে জগতৰ চকুত হেয় হব।" যি নহওক তেওঁৰ প্ৰবন্ধবোৰে অসমীয়াৰো মুখ বন্ধ কৰিব নোৱাৰিলে, বঙালী সকলকো যুক্তিলৈ টানি নিব নোৱাৰিলে। গুৱাহাটীৰ অসমীয়া ডেকা জনচেৰেকে বুজি পালে সেই প্ৰবন্ধ ৰহণৰ ভনীয়েক জোনাকীয়ে লিখা। সিহঁতৰ মনত বৰ খঙ হল। চৰিত্ৰহীনা তাইহতে আকৌ দেশৰ এনে অন্যায় কৰে। সিহঁতে খঙতে জকি পকি জোনাকীলৈ নানা তৰহৰ অভৈচ ভাষাৰে চিঠি লিখিলে। ৰহণক বাটে পথে পালে নানা গোৱাল গালিৰে লগে লগে অবাচ্য কথাৰে বোলমাত কৰিলে। সিদিনা তাই বাটেৰে যাব ধৰিছে, এজন কলেজৰ লৰাই আন এজনলৈ আঙুলিয়াই "হেৰা মিলিটাৰীক মাতাহে", আন জনে কলে "মিলিটাৰী আৰু বিদেশীত তোলাৰ ৰাপ থাকিব পাৰে, আমি খাব খোৱা অসমীয়াহে।" আনজনে কলে "বোপাই মিলিটাৰীয়ে যে সোপা সোপা ধন, আটা, মইদা, চিগাৰেট আৰু কত কি দিব পাৰে। তুমি কত পাৰিবা!" ৰহণে সেইবোৰ শুনিও নুশুনা ভাবেৰে গল। হেমেনীয়ে কলিকতাত দিনচেৰেক থাকিয়েই কথাছবিৰ ষ্টুডিওলৈ যাব ধৰিলে। মদনে হেমেনীক কেৱল ষ্টুডিওলৈ যাওতেহে অকলশৰীয়াকৈ পায়। আন সময়ত হেমেনী প্ৰায়েই জোনাকীৰ লগতে থাকে। কথাছবিৰ বিষয় হল "নব্য অসম।" দুজনী শিক্ষিতা ডেকা গাভৰুৱে গোটেই অসম গাঁওঁ ভূই জুৰি নতুন গঢ়েৰে গঢ়িব। প্ৰত্যেক গাঁৱলীয়াক আচল নাগৰিক কৰি তুলি হোজা চহা নাম নোহোৱা কৰিব। ক খ শিকাব নোৱাৰিলেও আচল শিক্ষা যেনে মানুহৰ আচল দাবী কি ?



দেশৰ লগত সমাজৰ লগত মানুহৰ সম্বন্ধ কি ? স্বাস্থ্য ভাল কৰিবলৈ কিয় লাগে বা তাৰ কাৰণে উপায় কি ? ৰাজ্য শাসন আচলতে কাৰ হাতত ! সমূহ গাৱলীয়াৰ শক্তি কত ? ভোট কাক দিব লাগে, কিয় দিব লাগে, গাৱৰ উন্নতি, খেতি বাতিৰ উন্নতি, প্ৰত্যেক গাৱলীয়াৰ নৈতিক উন্নতি, স্ত্ৰী জাগৰণ, স্ত্ৰী শিক্ষা কেনেকৈ প্ৰচাৰ কৰিব পাৰি ? গৱৰ্ণমেণ্ট কিহৰ কাৰণে, সমাজ কিহৰ কাৰণে, ধৰ্ম্ম কিহৰ কাৰণে ? বিশ্বৰ বাতৰি কেনেকৈ দৈনিক পাব পাৰে, অন্যায়ৰ বিৰুদ্ধে কেনেকৈ ৰাইজ মিলি প্ৰতিবাদ কৰিবলৈ সাজু হব পাৰে ইত্যাদি কথা বোৰত পৈণত কৰি তুলিব। গাৱৰ প্ৰত্যেক লৰাক বাধ্যতামূলক শিক্ষা দিব আৰু প্ৰত্যেক গাৱত শিল্প, কলা, কুটিৰ শিল্পৰ প্ৰচলন কৰি গাঁৱলীয়ক কৰ্ম্মী কৰি গঢ়িব ! তাৰ কাৰণে বৃহৎ অথচ অতি সৰল আঁচনি এখন লৈ গাঁৱত সোমাইছে। যিকেইখন গাঁৱত তেওঁলোকে কাম কৰিব সেই কেইখন প্ৰত্যেক গাৱৰ নামঘৰত একোটা ৰেডিও স্থাপন কৰিছে। সেই ৰেডিওৰে কৈছে আপোনালোকে যদি মানুহ হৈ থিয় হব খোজে তেন্তে দুই চাৰি দিনতে এই কেইখন গাৱৰ বাট পথ নিজে নিজে এনে ভাবে সুচল কৰি তোলক যাতে মটৰ ভাল ভাবে যাব পাৰে। মটৰেৰে আমি আপোনালোকক কথাছবি দেখুৱাম। সেই কথাছবিত গাঁৱলীয়া বিলাক কেনেকৈ উন্নতি পথত আগুৱাব ধৰিছে দেখা পাব। কেনেকৈ বৈজ্ঞানিক উপায়েৰে খেতি কৰি দেশ সমৃদ্ধিশালী কৰি তুলিছে বুজ পাব। গৰুৰ স্বাস্থ্য উন্নতি কৰি দেশত কেনেকৈ গাখীৰৰ নৈ বোৱাই দেশৰ লৰা ছোৱালীক স্বাস্থ্যবান আৰু সবল কৰিছে বুজিব। কেনেকৈ সভা সমিতিত ডাঙৰ বক্তা সকলে, দেশকৰ্ম্মী সকলে বক্তৃতা দি নৱ জাগৰণ আনিছে মোল পাব। পৃথিবীৰ ডাঙৰ ডাঙৰ বীৰ নাৰী সকলে কি শক্তি লৈ দেশ উজ্জ্বল কৰিছে আপোনালোকে চাব নোখোজে নে ? তদুপৰিও শিক্ষাৰ কেনে ভাবে প্ৰচলন কৰি গোটেই দেশকে শিক্ষিত কৰি তুলি দৈনিক বাতৰি কাকত আদি পঢ়িব পৰা কৰিছে চাওক। গাঁৱলীয়া সকলে ৰেডিওৰ মুখৰ পৰা তেনে কথা শুনি লগে

লগে নানা তৰহৰ উদগনি গীতৰ ধ্বনিত উতলা হৈ ততালিকে কোৰ লৈ দিন চেবেকতে সুন্দৰ আলি পদুলি কৰিলে। গোটেই কেইখন গাঁৱতে সুন্দৰ ভাবে যান বাহন যাব পৰা হল। মটবেৰে তেওঁলোকে প্ৰত্যেক গাঁৱলৈ গৈ কথাছবিত নানা তৰহৰ গঠণমূলক কাম, দেশলৈ তিৰোতাৰ কৰ্ত্তব্য, শিক্ষাৰ উন্নতি, গৰু মহৰ উন্নতি, স্বাস্থ্যৰ উন্নতি, খেতিৰ উন্নতি, সমবায় সমিতি গঠন, বস্তুৰ বেচা-কিনাৰ উপায়ৰ নানা তৰহৰ ছবি দেখুৱাব ধৰিলে। লগে লগে দেখালে জোৱন অব আৰ্কে কেনেকৈ ফৰাচী বিপ্লব আনিলে, অনিতা গৰিবল্ডিয়ে কেনেকৈ ইটালি গঠন কৰিলে, চীনাৰ ৰাজনীতি ক্ষেত্ৰত মাদাম চিয়াং কাইসেকে কি অংশ লৈছে। বিজয়লক্ষ্মী, সৰোজিনী নাইডুৱে ভাৰতৰ স্বাধীনতা যুদ্ধত কেনেকৈ দেহ প্ৰাণ সঁপি দিছে। জয়মতীয়ে স্বামী আৰু দেশৰ হকে কেনেকৈ লৰাৰজাৰ কঠোৰ শাসন, শাস্তি সহি জীৱন অৰ্পণ কৰিলে, মূলাগাভৰুৱে, ৰাধা ৰুক্মিনীয়ে দেশৰ হকে পুৰুষৰ লগে লগে কেনেকৈ যুদ্ধ ক্ষেত্ৰত নামিল সেইবোৰো দেখাব ধৰিলে। জাতীয় পতাকা ৰক্ষা কৰিবলৈ মানুহৰ কি কৰ্ত্তব্য, ফৰাচী বিপ্লৱ, চোভিয়েত ৰাজ্যৰ নবজাগৰণ, বনুৱা কৃষকৰ শক্তি, আয়াৰলেণ্ডৰ ডিভেলাৰাৰ কৰ্ম্মকীৰ্ত্তি, চানজেত সেনৰ চীনত অনা নবজাগৰণ। সুভাষ বসুৰ আই, এন, এ ফৌজ গঠন, মহাত্মাৰ স্বাধীন ভাৰত গঢ়াত কঠোৰ তপস্যা, কুটিৰ শিল্পৰ প্ৰাধান্য, সকলোতকৈ মানুহেই শ্ৰেষ্ঠ তাৰ প্ৰমাণ দিনে দিনে দেখুৱাই, মানুহে নিজৰ শক্তিৰে কি কৰিব পাৰে সেইবোৰৰ নিদৰ্শণ দেখুৱাব ধৰিলে। বৰষুণ নাই এৰোপ্লেনেৰে কেনেক্যৈ বৰষুণ দিছে, বানপানী উঠিছে কেনেকৈ হাইড্ৰো ইলেট্ৰিক সহায়েৰে বানপানী নোহোৱা কৰিছে। পানী নোহোৱা পথাৰত কেনেকৈ ইৰিগেচনৰে পানী দিছে, বৈজ্ঞানিক ধৰণে কেনেকৈ খেতি কৰিছে, হাস্পাতাল, লাইব্ৰেৰী গঢ়ি কেনেকৈ বেমাৰী আৰু অশিক্ষা দূৰ কৰিছে সেইবোৰ দেখাব ধৰিলে। তাৰ লগে লগে ডাঙৰ ডাঙৰ আখৰত ক খ গ ঘ অ আ ইত্যাদি বোৰ ছবিৰে মানুহৰ আগত দাঙি ধৰি আকৌ তেনে ডাঙৰ আখৰবোৰ কেনেকৈ বুঢ়া



বুঢ়ীয়ে জোটাই পঢ়িব ধৰিছে আৰু দিনচেৰেকতে পঢ়িব পৰা হৈ নানা পুথি, কিতাপ, বাতৰিকাকত পঢ়িব ধৰিছে, সেই সকললৈ কেনেকৈ নানা তৰহৰ ডাঙৰ ডাঙৰ আখৰৰ ছবি থকা কিতাপবোৰ আহিব ধৰিছে। কিতাপ আৰু দৈনিক কাকতবোৰ পাবলৈ মানুহৰ কেনেকৈ হাবিলাস জন্মিছে সেইবোৰ দেখুৱাই দেখুৱাই বুঢ়া, চহা হোজা গাৱলীয়াৰ মনত নতুন হাবিলাস নতুন জাগৰণ আনিব ধৰিছে। সেইকেইখন গাঁৱত আজি দুশবছৰে ইংৰাজে যি উন্নতি কৰিব নোৱাৰিলে ছমাহৰ ভিতৰতে তাত অশেষ উন্নতি হল। গাঁৱত ঘৰ-দুৱাৰ, খেতি-পথাৰ, ফলফুলনি নতুন ধৰণে হব ধৰিলে। সাজ-পাৰ নতুন হল। সকলো পিনে ধ্বনি হল। জাগা, জাগা—"উত্তিষ্ঠত, জাগ্ৰত প্ৰাপ্য বৰাণ।" লগে লগে হাজাৰ হাজাৰ সৰু সৰু কিতাপ আৰু কাগজ এৰোপ্লেনেৰে বৰষিলে। মানুহৰ হাবিলাসৰ লগে লগে তৃপ্তিৰ সম্ভোগ হাতে হাতে মিলিল।

( ২৪ )

ৰহণে এইবাৰ ৰাজনীতি ক্ষেত্ৰত ভালকৈ নামিবলৈ থিৰ কৰিলে। তেওঁৰ অস্ত্ৰ হল জোনাকীয়ে নতুনকৈ অনা ছপাখনা আৰু বাতৰি কাকত! আনপিনে হেমেনী আৰু মদনে ছলোৱা কথাছবি; কালিন্দ্ৰীয়ে ইতিমধ্যে বহুতো চৰকাৰী মাটি লৈ উন্নত ধৰণৰ খেতিৰ আহিলা আনি খেতি কৰিব ধৰিছে। লগে লগে সেই ঠাইবোৰ খেতিৰ উপযোগী কৰি উন্নত কৰিছে। তেওঁৰ সেই খেতিৰ পথাৰৰ কাষতে ৰবীন্দ্ৰই চেনিৰ কল পাতিছে। ৰবীন্দ্ৰই তাহানিয়ে পঢ়া অৱস্থাৰ পৰা কি নতুন ব্যৱসায় হাতত লব ভাবি ভাবি শেহত ইয়াকে থিৰ কৰিছিল; চেনি সকলোৰে আৱশ্যক কিন্তু অসমত, অসমত কিয় গোটেই ভাৰতত চেনিৰ কল বিৰল। গতিকে এই ব্যৱসায় লব পাৰিলে তাৰ উৎপন্ন বস্তু গোটেই ভাৰতত চলন্তি হব। সেই ভাবিয়ে সি সকলো তথ্য বুজি শেহত চেনিৰ কলকে কিনি আনি ব্যৱসায় আৰম্ভ কৰিছে। কালিন্দ্ৰীয়ে লোৱা মাটি তেতিয়া

অটব্য বন আছিল। কিন্তু যেতিয়া তাই সকলো পৰিষ্কাৰ কৰি উলিয়াই নানা তৰহৰ খেতি আৰম্ভ কৰিলে সেই বন জঙ্গল যেন দেৱ-পুৰীত পৰিণত হল। কেতিয়াবা দেখিবা চকুৰ দৃষ্টি যায় মানে কেৱল হালধীয়া সৰিহৰ ফুল, কেতিয়াবা দেখিবা বগা বগা তিলফুল, কেতিয়াবা আকৌ সেউজীয়া বিতোপন তিচি ফুলৰ বহল পথাৰ। ই যে কবি কল্পনাৰ অতীত! এপিনে ওৱাৰ্ডচওৱাৰ্থৰ ডেফোডিলচ, আনপিনে মাৰ্কচৰ অৰ্থনীতিৰ কি মহান সামঞ্জস্য! ৰহণে ৰাজনীতিত নমাৰ আগেয়ে তাইৰ ভাব হল তাই ৰাজনীতিত কিয় নামিব? নিজৰ নাম ঘোষণা কৰিবলৈ, নিজৰ যশস্যা বঢ়াবলৈ, নে ধন দৌলত কৰিবলৈ? যদি সেয়ে হয় তেন্তে ৰাজনীতি ক্ষেত্ৰ এনেকৈ অপবিত্ৰ নকৰিও তাই আন উপায়ে সেইবোৰ কৰিব পাৰে। ধনদৌলত অৰ্জ্জিবলৈ বহুতো ক্ষেত্ৰ আছে। নাম ঘোষণা কৰিবলৈ দান, ধৰ্ম্ম, সাহিত্য আৰু কত উপায় আছে। মানুহে যে প্ৰত্যেক ক্ষেত্ৰতে নিজৰ বুদ্ধি আৰু প্ৰতিভা থাকিলে নিজৰ নাম আৰু জাকত জিলিকা কৰি তুলিব পাৰে। বাতৰি-কাকত মেলিলেই সহজতে বুজি ক্ৰিকেট খেলাৰ খেলুৱৈৰ পৰা, নৃত্যবাদ্য কৰোতা, গাৰ শক্তিৰ অৰিয়া-অৰিত পাকৈত সকলো, গীত, কথাছবি, নাট মন্দিৰ আদি সকলো ঠাইতে একো একো জন নাম-জ্বলা হৈ উঠি জগতবাসীৰ দৃষ্টি আকৰ্ষণ কৰিছে। তেন্তে নিজৰ নাম যশৰ কাৰণে ৰাজনীতিত বাদুলী ওলোমা দিয়াৰ আৱশ্যক কি? বা তেনেবোৰ কৰি দলবোৰ বঢ়াই নানা তৰহৰ খেলি-মেলি কৰাৰ কাৰণ কি? তেন্তে ৰাজনীতিৰ আৱশ্যক আন ধৰণৰ! দেশ আৰু দহৰ অৱস্থা ভাল কৰাই ৰাজনীতিৰ উদ্দেশ্য। ৰাইজ আৰু ৰজা বা শাসন কৰ্ত্তা সকলৰ মাজত সম্বন্ধ গাঢ় কৰাই ইয়াৰ আৰু এটা উদ্দেশ্য! তাতোকৈ ইয়াৰ আন এটা উদ্দেশ্য পৃথিবীৰ আন আন দেশ বা আন আন ৰাইজ সকলৰ লগত কেনেভাবে মিল সামঞ্জস্য আনি পৃথিবী শান্তি আৰু আনন্দৰ ৰাজ্য কৰিব পাৰে। ৰহণে ভাবিছিল ৰাজনীতিত সোমোৱাৰ আগেয়ে দেশৰ লাগতিয়াল শিক্ষা-দীক্ষা, আৰ্থিক উন্নতি, গাওঁ সংগঠন, শিল্পৰ উন্নতি, ব্যৱসায় বাণিজ্য আন্তৰ্জ্জাতিক ব্যৱস্থা,



ঘৰ ৰক্ষাৰ প্ৰথা সকলোবোৰ সুন্দৰ ভাবে আঁচনি কৰি লব। যাতে সেই মতে দেশক আগবঢ়াই নিব পাৰে। নহলে পাৱত গজা ৰাজনীতিজ্ঞ হৈ দেশৰ অমঙ্গল আনিব, নিজৰো অজ্ঞানতা দেখুৱাব। সেই কাৰণে সকলো ডাঙৰ ডাঙৰ দেশৰ সকলোবোৰ আঁচনি তাই অধ্যায়ন কৰি ভাৰতৰ লগে লগে অসমত খাপ খোৱাকৈ প্ৰত্যেক বিষয়তে একোখনি আঁচনি গঢ়ি লৈছিল। যাতে প্ৰত্যেক ক্ষেত্ৰতে নতুনকৈ ভাবিব নলগাকৈ কামত আগবাঢ়িব পাৰে। তাই আকৌ লগত জনচেৰেক ডেকা লবলৈ মন কৰিছিল। তেওঁলোক একোটা বিষয়ত যেনে অৰ্থনীতি, বেহা-বেপাৰ, বিজ্ঞান, শিক্ষা, শিল্পকলা একোটা একোটা বিষয়ত অগাধ জ্ঞান লাভ কৰিছে। আৱশ্যক হলেই তেওঁলোকে তাইক সুন্দৰ ভাবে নিজ নিজ বিষয়ত সুন্দৰ ভাবে সহায় কৰিব পাৰে। অৱশ্যে তেনে ডেকা পোৱা বিৰল আৰু পাব লাগিলেও বহুতো টকাৰ আৱশ্যক। যি নহওক বৰ্ত্তমানে কাজিন্দ্ৰীৰ ব্যৱসায়ত লগা আকৌ জোনাকীৰ প্ৰেছত লগা মানুহ কেইজন তেনে ধৰণৰ ডেকাকে দৰমহা দি ৰাখিলে। ভাবিলে যদি ৰাজনীতি ক্ষেত্ৰত সোমাব পাৰে তেন্তে গৱৰ্ণমেণ্টৰ টকাৰে পিচত সেই সেই বিষয়বোৰত বুৎপত্তি লভা বা অশেষ জ্ঞান থকা বিশেষ লোকক আনি দেশৰ মঙ্গল সাধিবলৈ চেষ্টা কৰিব। সেই সময়ত তাইৰ চক্ৰপানীলৈ বৰ মনত পৰিছিল। কিন্তু চক্ৰপানী এতিয়া ক'ত? ৰাজনীতিৰ কথা ভাবোতে তাইৰ মনত পৰিছে তাইহঁতৰ দৰে বাপেক মাক নোহোৱা অৱস্থাহীন, সহায় হীনা লৰা-ছোৱালী সকললৈ। তাই ভাবিছিল সহায় হীন আশ্ৰয় হীন লৰা-ছোৱালী বা মানুহক যদি সহায় কৰিবলৈ বা সেইবোৰৰ দায়িত্ব লবলৈ ৰাজনীতিৰে গৱৰ্ণমেণ্টক বাধ্য কৰাব নোৱাৰি তেন্তে ৰাজনীতিৰ কিয় আৱশ্যক? ধনী, প্ৰতাপশালী, প্ৰভুত্ববান, সুচল অৱস্থাপন্ন লোকে নিজৰ বাহুবলেৰে চলিব পাৰে। সেইবোৰৰ কাৰণে গৱৰ্ণমেণ্টে বা সমাজে চকু নাৰাখিলেও হয়। কিন্তু সমাজ বা গৱৰ্ণমেণ্টৰ সহায় সাহায্য যে পদে পদে লাগে দুখী, কাঙালী, অশিক্ষিত আৰু সৰ্ব্বহাৰা দলৰ কাৰণে!

( ২৫ )

চক্ৰপানীয়ে সিদিনা দেউতাকৰ আচৰণত মৰ্ম্মান্তিক আঘাট পাই সিদিনাই তাৰপৰা অন্তৰ্দ্ধান হৈছে। কোনোৱে একো সুংসূত্ৰ পোৱা নাই। চক্ৰপানীৰ ভাব সামান্য, সহায় হীনা, দুৰ্ব্বলী ছোৱালী কেইজনীয়ে যদি বাপেক মাকৰ সহায় নোহোৱাকৈ সংসাৰত উদ্গতি কৰিব পাৰে তেন্তে সি পঢ়িশুনি বি. এ. পাচ কৰি মতা লৰাহৈ কিয় দেউতাকৰ ধন সম্পত্তিৰে ডাঙৰ মানুহ বোলাই সেই ধনৰ ওপৰত মহতালি কৰিব বা দেউতাকৰ নাম যশেৰে সি সমাজৰ মাজত প্ৰতিপত্তি লাভ কৰিব। সি ভাবিছিল এনে এঠাইলৈ যাব য'ত তাক কোনোৱে নাজানে, তাৰ শিক্ষাৰ মোল নাপায়, বা দেউতাকৰ টকাৰ ওপৰত সি সমূলি নিৰ্ভৰ কৰিব নালাগে। সেই ভাবিয়ে সি সিদিনাই কেৱল তাৰ লগত যি অলপ অচৰপ ধন আছিল তাকেই লৈ কলিকতা পালেগৈ। কলিকতাত এজন সমাজ তন্ত্ৰী দলৰ লোকক লগ ধৰি সেই দলত ভৰ্ত্তি হৈ তেওঁলোকৰ লগতে থাকিল। তাৰ জীৱন নতুন ধৰণে গঢ় ললে। কলিকতাৰ এটা দুমহলা ঘৰৰ সৰু কুঠৰী এটাত সি থাকি প্ৰথমে কোনো মানুহৰ ঘৰত ঘৰুৱা ভাবে লৰা-ছোৱালীক পঢ়াবলৈ মন কৰিলে। আহৰি সময়ত সি নানা তৰহৰ কিতাপ পঢ়ে! সাজ পাৰত আগৰ দৰে লাহ বিলাহ নাই। মূৰ কেতিয়াবা আচোৰে কেতিয়াবা নাই। তেল কেতিয়াবাহে লয়। দিনচেৰেক তেনে সাধাৰণ ভাবে থাকিয়েই সি নতুন জীৱনৰ গঢ় ললে। সি কলিকতা মহানগৰত দেখিলে এপিনে বিলাসিতাৰ ৰমক জমক, আনপিনে দুখী কাঙালীৰ শ্ৰেণী। এপিনে দেখিলে বিজুলী বাতি, পাখাৰ তলত নানা উপাদানৰ আলম লৈ থকা বিলাসিতাৰ সেৱক দল, আনপিনে খাব নোপোৱা ভিকহু, যেয়ে এটা দুটাকৈ নৰ্দ্দমাত পৰিথকা ভাত বুটলি খাব ধৰিছে। যেয়ে ধনীৰ দুৱাৰ মুখত নাঙ্গং নাৱস্ত্ৰং হৈ দুটা ভাত দিয়া, এটোপা ভাতৰ ফেন দিয়া" বুলি চিঞৰি চিঞৰি টিকা



ফটা ৰদত চিঞৰি দেদাউৰি পাৰিছে। কিন্তু ধনীৰ কাণসাৰ নাই। সি দেখিলে সেই ভয়ঙ্কৰ ৰদত জৰাজীৰ্ণ জ্বৰত জুকুলা-জুপুৰা হোৱা বেমাৰী সকলে ছাটি ফুটি কৰি ধনীৰ কৃপা ভিক্ষালৈ কাৰো কোকালি কৰা অৱস্থা! সি দেখিলে বৃষ্টি, বতাহ, শিলাবৃষ্টি, ধুমুহা মূৰত লৈ লৰিছে সৰ্ব্বহাৰাৰ দল, কৰবাত এমুঠি ভিক্ষা পোৱাৰ আশাত। সি পঢ়ুৱাবলৈ ছাত্ৰ-ছাত্ৰী বিচাৰি ফুৰোতে দুই এটা ঘৰৰ তলৰ মহলাত সি দেখে কি? সৰু সাধাৰণ কুঠৰী একোটাত জীৰ্ণ শীৰ্ণ দুই এজন লোক। দেখিলেই ভাব হয় যেন তেওঁলোকে কেবাদিনো খাবলৈ পোৱা নাই। দুই এজন বেমাৰত ধৰফৰাই আছে। দুই এদিন অহা যোৱা কৰোতে তাৰ চকুত পৰিল, এজন লোক যেয়ে সুন্দৰ ধুতি এখন পিন্ধি এটা গেঞ্জি গাত লৈ এখন গামোচা কান্ধত লৈ প্ৰায়ে অহা যোৱা কৰা, তাৰ চলন-ফুৰণ, অঙ্গী ভঙ্গীত চক্ৰপানীৰ ভাব হল যেন সি সুশিক্ষিত, তাৰ দেহৰ গঠণত সহজতে বুজিব পাৰি যেন সি কোনো ভদ্ৰবংশৰ। তিনিদিন লগ পোৱাৰ পিচত সেই লৰাজনে ওচৰ চাপি বঙালী ভাষাতে কলে আপুনি মোক অনুগ্ৰহ কৰি অলপ পইছা দিয়কছোন। চক্ৰপানী অবাক হল। এজন নিচিনা নজনা ভদ্ৰ-বেশী লোকে এনে নিলাজ ভাবে তাক পইছা খুজিব পাৰে। তাৰ খঙ উঠিল। কিন্তু পিচমুহূৰ্ত্ততে সি থমকি ৰৈ···তাক সুধিলে পইছাৰে কি কৰিবা?

পইছাৰে কি কৰিম?

পইছাৰে কি কৰে নাজানে? পেট ভৰাব লাগে। অৱশ্যে আপোনাৰ পৰা নিয়া পইছা আকৌ ওভতাই দিম। নাইবা কিবা কাম আছে যদি কওক পইছাৰ সলনি কাম কৰি দিম! আজি তিনিদিন একো খোৱা নাই।

কিয় ইয়াত এনে অভাৱ হৈছে?

কেৱল অভাৱ? ইয়ে দুৰ্ভিক্ষৰ হাহাকাৰ। একোঘৰ ভদ্ৰ পৰিয়ালৰ হাহাকাৰ দেখিলে আপোনাৰ চকু থিৰ হব। চাবা?

চক্ৰপানীয়ে তাৰ এটা আধলি মানুহ জনক দিলে।

ধন্যবাদ! সুবিধা পালে আপোনাৰ ঋণ সুজিম। বুলি সি যাব ধৰোতে চক্ৰপানীয়ে কলে ৰবা তোমাৰ লগে লগে ময়ো যাম। তুমি ক'ত থাকা ?

প্ৰায় ইয়াৰ পৰা দুমাইল দূৰৈত।

কিমান পঢ়িছিলা ?

পঢ়িছিলো। নাই পঢ়াৰ কথা কবলৈ লাজ লাগে। সি পঢ়া নপঢ়া সমান।

মানে ?

মানে কি হব। যি পঢ়াই মানুহক খুটি খাব পৰা কৰিব নোৱাৰে, যি পঢ়াই কেৱল পৰৰ ওপৰত নিৰ্ভৰ কৰাবলৈ শিকায়, যি পঢ়াই মাথো স্মৰণ শক্তিৰ ব্যায়ামহে তেনে পঢ়াৰ মূল্য কি ? পঢ়িছিলো। এম এ পাচ কৰিছিলো। সেয়ে ভালুকৰ সাঙি। এতিয়া কামো কৰিব নোৱাৰোঁ, বেহা-বেপাৰৰো উপায় নাপাওঁ, সমাজৰ আগতো নিজৰ অপদাৰ্থতা প্ৰমাণ কৰিবলৈ মনে নকয়, গতিকে ইতো নষ্ট ততো ভ্ৰষ্ট হৈছো।

এম্ এ পাচ কৰিছা!

এৰা, সেয়ে চাৰ্টিফিকেট। কাকতৰ চাৰ্টিফিকেট এখনৰ মূল্য কি ? ফালি গলেই গল। আকৌ বাইৰণ, কীটচ, ওৱাৰ্ড চওৱাৰ্থ, মিল্টৰ মুখতে আছে, গাই যাব পাৰো কিন্তু তাতে লাভ কি ? আমাৰ শিক্ষাৰ মূল্য শুনিবা ? জুই কাঠি মাৰিব পাৰোঁ, কিন্তু কেনেকৈ সেইটো কৰে আমাৰ জ্ঞান নাই। চিগাৰেট হুপি ধোঁৱা উৰুৱাব পাৰো, কিন্তু সেইটো কেনেকৈ কৰিব পাৰি নাজানো। কাপ পিয়লাত চাহ পিব পাৰো, কিন্তু সেই-বিলাক কেনেকৈ সাজিব লাগে সেইটো নাজানো। গতিকে কেৱল উপায় হৈছে চাকৰি কৰা। চাকৰি নাপালেই হাহাকাৰ। সকৰে পৰা ভাৱ আছিল চাকৰি নকৰো। কিন্তু আন কিবা কৰিবলৈ শিকিলো ক'ত ?

চক্ৰপানীয়ে কলে, এতিয়া কি কৰো বুলি ভাবিছা ?

কৰিম কি ? নাম লগাইছো কমিউনিষ্ট দলত! অৰ্থাৎ যি দলত "কামানি" নাই, যি দল সৰ্ব্বহাৰাৰ পৃষ্ঠ-পোষক কিন্তু লগে লগে সুবিধা



বিচাৰিছে, কমেই হওক বা বেচিয়ে হওক এটা সুযোগ পালেই "কামানিৰ" উপায় কৰিব পাৰিলে "কম ইউনিষ্ট" নহৈ "বেচি ইউনিষ্ট" হব। সহজ ভাষাত কব লাগিলে সৰ্ব্বহাৰাৰ দলৰ পিচ দি সৰ্ব্বচৰাৰ দলত সোমায়।

তাৰ মানে ?

অৰ্থাৎ বুজি পোৱা নাই ? উকিল কমিউনিষ্ট হৈছে যাতে গাঁৱৰ পৰা মক্কেল যোগাই নিজৰ ব্যৱসায় নিকপ্‌কপীয়া কৰিব পাৰে। খেতিয়ক কমিউনিষ্ট যাতে ধান কেইটা দিয়াৰ পৰা বা খাজনাৰ পৰা ৰেহাই পায়। ৰাজনীতিজ্ঞ কমিউনিষ্ট হৈছে যাতে গবৰ্ণমেণ্টখন হাতকৰি হৰ্ত্তা-কৰ্ত্তা বিধাতা হব পাৰে। চাকৰিয়াল কমিউনিষ্ট যাতে তেওঁলোকৰ দৰমহা অলপ বাঢ়িব পাৰে। নিবনুৱা কমিউনিষ্ট যাতে এটা চাকৰীৰ দিহা কৰিব পাৰে। সেইবিলাকৰ অলপ সুবিধা হলেই তেওঁলোকেই আকৌ ওভাতা হৈ বাইজৰ শোষণকাৰী হব। সৰ্ব্বহাৰাক আৰু সৰ্ব্বহাৰা কৰিব।

কিন্তু সেইটো ধৰি লৈছা কিয় ? তেওঁলোকৰ মনত উচ্চ আদৰ্শয়ো থাকিব পাৰে। দেশৰ মঙ্গল কৰাটোৱে তেওঁলোকৰ উদ্দেশ্য হব পাৰে।

উদ্দেশ্য! উদ্দেশ্য! কংগ্ৰেছেও উদ্দেশ্যৰ বকলা মেলিছিল ? কিন্তু প্ৰভুত্ব পায়েই দেশ বল কৰবাত, বাইজ ৰল আনফালত, কেৱল নিজৰ স্বাৰ্থসিদ্ধি, কেৱল নিজৰ লোক কেইজনৰ সুবিধা কৰা, কেৱল নিজে কেনেকৈ টকা পাব পাৰে তাৰ উপায় কৰা, সেইবোৰতে ব্যস্ত হল। গবৰ্ণমেণ্টৰ টকাৰে তেওঁলোকৰে অভাৱ পূৰাব নোৱাৰে, গবৰ্ণমেণ্টৰ চাকৰি কেইটাৰে তেওঁলোকৰ 'অঙহি-বঙহী কেইটাকে বিষয় দি অন্ত কৰিব নোৱাৰে গতিকে আনবিলাকলৈ কেনেকৈ চায় ?

কিয় সকলো কংগ্ৰেছী লোক তেনে নহয়। তুমি এনেধৰণৰ কথা জৱহৰলাল, ৰাজেন্দ্ৰপ্ৰসাদ, বল্লভভাই বা তেনেধৰণৰ লোকৰ ওচৰত নাপাবা!

অৱশ্যে তেখেত সকলে দেশৰ কথাকে ভাবে। দেশৰ উন্নতি কৰিবলৈকে চেষ্টা কৰে। সেইটো নিসন্দেহ। কিন্তু বেচিভাগৰে যদি মন আওফালে যায় তেন্তে জন-চেৰেকে কি কৰিব? তাড়ুপৰিও তেওঁলোকৰ মাজতো কেঁৰে দেশত কৈ বিশ্বক ওখ ঠাই দিয়ে, বাস্তৱ ক্ষেত্ৰতকৈ আদৰ্শত আপোন-পাহৰা, দুখীয়া ধনী দুয়ো সম্প্ৰদায়েৰে স্বাৰ্থ অক্ষুন্ন ৰাখিব খোজে, মালিক বনুৱাবো স্বাৰ্থত হাত দিব নোখেজে, আকৌ বৃটিচে যিবিলাক পদ্ধতি লৈছিল সেই বিলাকো ততালিকে দলিয়াই স্বদেশৰ আচল মঙ্গল হোৱা পদ্ধতিও লবলৈ ইচ্ছা নকৰে। গতিকে আকৌ ঘূৰি ঘূৰি তথৈবচ হয়। কেৱল হাহাকাৰ, হে ধ্বনি আৰু আহুকালহে বাঢ়ি গৈছে। দেশৰ মঙ্গল ক'ত? তাতোকৈ দল! দল! সৰ্ব্বনাশী দল। দেশৰ যিহঁকে নহওক দলৰ প্ৰভুত্ব থাকক। যাতে সেই দলৰ হাতৰ পৰা কোনোমতে শাসন পিছলি পৰিব নোৱাৰে তাৰ নিমিত্তে তীক্ষ্ণ চকু। গতিকে দলৰ প্ৰভুত্বলৈ চালে দেশৰ আচল মঙ্গল ক'ত?

বাৰু তুমি কিয় কমিউনিষ্ট হৈছা?

সেই একে কথা! যদি মৱো এটা ভাল চাকৰি পালোহেতেন কিজানিবা তাতে আপোন-পাহৰা হৈ থাকিলো-হেতেন। কিন্তু সেইটো নাপাইহে সৰ্ব্বহাৰাৰ পৰম বন্ধু হৈ আছো।

তোমাৰ কথা শুনি নেহাহি নোৱাৰি।

সঁচা কথা! সঁচা কথা! সঁচা কথা কলে মানুহে হাঁহে, পেঙলাই কৰে। এইটো আজি নতুন কথা হৈছে। বাৰু তুমি কোন?

মৱো সেই একে পথৰ পথিক! প্ৰভেদ এইখিনিতে যে মই ইচ্ছা কৰিলে সৰ্ব্বহাৰাৰ দলত নিমিলিও সুন্দৰ ভাবে খাই লৈ থাকিব পাৰিলোহেতেন। কিন্তু সেইটো নকৰি আনপন্থা লৈছোঁ।

তেন্তে তুমি নিশ্চয় নেতা হবলৈ খুজিছা!

নাই, সেইটোও মোৰ ইচ্ছা নাই। কেৱল সেৱাই মোৰ উদ্দেশ্য! তেন্তে এনে দেশ সেৱাৰ গুটি হয়তো প্ৰেম-ক্ষেত্ৰত ওপজা!

তাৰমানে?



অৰ্থাৎ দেশ-প্ৰেমৰ কথা কোৱা নাই। কৈছো হয়তো কোনো তোমাতকৈ বা তোমাৰ বংশতকৈ হীন ছোৱালীৰ প্ৰেমত পৰিছা! শেহত সেই ছোৱালী নিজৰ কৰিব নোৱাৰি "সৰ্ব্বহাৰাৰ সহযোগী হৈ সৰ্ব্বহাৰাক ওপৰলৈ তুলিবলৈ আহিছা?

সেই কথাষাৰত কিছু সত্য থাকিলেও আচলতে এই ভাবটো মোৰ আগেয়ে জন্মিছে, কেৱল সেই অৱস্থাই আৰু আগবঢ়াই আনিছে বা মোক এনে অৱস্থাত পেলাবলৈ সাহস দিছে।

সুন্দৰ! দেখিছো তুমি সত্যবাদী! তোমাৰ উদ্দেশ্যত কোৰোণ নাই। যি নহওক যদি সুবিধা পোৱা তেন্তে লাহে লাহে তুমি দেশৰ হিত সাধিব পাৰিবা। কিন্তু সুবিধা পোৱাই সকলোতকৈ ডাঙৰ কথা। গৱৰ্ণমেণ্টৰ কামৰ পদ্ধতি সাল-সলনি কৰিবলৈ হলে লাগে গৱৰ্ণমেণ্ট হাত কৰিবলৈ। তেনে কৰিবলৈ হলে লাগে দল! দলৰ মানুহবোৰ বেচি সংখ্যা মেম্বৰ কৰি তুলিব পাৰিব লাগিব। সেইটো কৰাও দূৰুহ কাম। আকৌ সেই কাম সিদ্ধি কৰিব পাৰিলেও আকৌ দলৰ লোক সকলৰ স্বাৰ্থ-ৰক্ষাত ব্যস্ত থাকিব লাগিব। গতিকে এনে কামত কোন ভাল মানুহ যাব? ভাল মানুহে বিচাৰে শান্তিৰে দেশৰ মঙ্গল কৰা, শান্তিভাৱেৰে আঁচনি আদি গঢ়ি দেশৰ মঙ্গলৰ উপায় কৰা! কোন ভাল মানুহে "প্ৰপাগণ্ডা" কৰিবলৈ বা দল গাঢ়িবলৈ বা দলত সোমাবলৈ ভাল পায়? কিন্তু এইবিলাকৰ অবিহনত ভাল মানুহে দেশৰ মঙ্গল কৰিবলৈ আগবাঢ়ি আহিব নোৱাৰে। গতিকে দেশৰ অৱস্থা কেনেকৈ ভাল হব? যদি এইবিলাক পাৰা তেন্তে আগবাঢ়া, নহলে মনে মনে বহি থাকা!

যদি দেশৰ মঙ্গলৰ বাবে তেনে কৰিবলৈ হয় তাকো কৰিব লাগিব। "প্ৰপেগণ্ডাক" নেওচন কৰি বা বেয়াবুলি ঘিনাই থাকিলে নহব। সময়ৰ সোঁতত গা ঢালি দিব লাগিব। পানী চাই বৈঠা মাৰিলেহে পাকৈত গুৰিয়াল।

ঠিক কৈছা! তেনেহলে তুমি পাৰিবা। কিন্তু আৰু এটা ডাঙৰ কথা, সাধাৰণ চকুত যিটো "প্ৰিঞ্চিপল" সেইটোও পাহৰিব লাগিব।

হাজাৰ সময়ত হাজাৰ পন্থা লব লাগিব। কেতিয়াবা চোৰ সাজিব লাগিব, কেতিয়াবা সাধু হব লাগিব, কেতিয়াবা আকৌ ডকাইতি কৰিবলৈকো পিচ হুহকিব নালাগিব। ৰাজনীতি ক্ষেত্ৰত Principle নাই। ডিপ্লোমাচি কেৱল Diplomacy হে আন একো নহয়।

সেইটো সচা। কিন্তু সেই আটাইবোৰ হব লাগিব কেৱল এটা উদ্দেশ্যত! অৰ্থাৎ দেশৰ মঙ্গল সাধনৰ কাৰণে এনে কৰা হৈছে। এই ভাবটোত হে!

এৰা, সেয়ে প্ৰিঞ্চিপল। আটাইবোৰ ডিপ্লোমাচিৰ সেয়ে আচল উদ্দেশ্য! বহুতো কথা কলো। বহুতো বাটো আহিলো, তুমি এতিয়া কলৈ যাবা?

কলৈ যাম সেইটো ভাবিয়ে পোৱা নাই। ওলাইছিলো কৰবাত লৰা-ছোৱালীৰ শিক্ষাৰ ভাৰ পাওঁ বুলি। বাটতে তোমাক লগ পালো।

ভালেই হল। তুমি যদি ইচ্ছা কৰা আমাৰ দলত লগ লাগিব পাৰা। আমাৰ অফিচ সেইটো। যদি ইচ্ছা কৰা লৰাছোৱালীৰ শিক্ষাৰ ভাৰো সেই অফিচৰ জৰীয়তে পাব পাৰা। আমাৰ উদ্দেশ্য ডাঙৰ ডাঙৰ ধনী সকলৰ লৰা-ছোৱালীৰ শিক্ষাৰ ভাৰ আমাৰ দলৰ লোক সকলে লৈ সেই লৰা-ছোৱালী বিলাকক আমাৰ দললৈ টানি আনো। তাৰ দ্বাৰা আমাৰ টকাৰ অভাৱ মৰে, আকৌ ধনী-সম্প্ৰদায়ৰ ধন চহকী ভাবটো ভবিষ্যত বংশধৰ সকলৰ পৰা আতৰি যায়।

বাৰু বলা তোমালোকৰ অফিচলৈকে চাওঁ গৈ!

[ ২৬ ]

ৰহণে ৰাজনীতি ক্ষেত্ৰত নমাৰ আগেয়ে কি কি কৰিব ভাল ভাবে ভাবি চিন্তি ললে। তাইৰ প্ৰথম উদ্দেশ্য সকলো কামতে ভাৰতৰ উন্নতিৰ লগে লগে অসমৰো উন্নতি কৰিব। অসমৰ স্বাৰ্থ হানি কৰি



ভাৰতৰ উন্নতিৰ কল্পনাত তাই সমূলি যোগ্য নিদিয়ে। অসমত অসমীয়া ভাষা, ৰাজ্য ভাষা আৰু স্কুল কলেজ আনকি বিশ্ববিদ্যালয়তো সেই ভাষাৰে লৰা-ছোৱালীক শিক্ষা দিব। কিয়নো অসমীয়াত ৰুচ, জাপান, ফৰাচী, বৃটিচ, আমেৰিকা আদিৰ ইতিহাস পঢ়িব পালে কেইমাহ মানতে সেইবোৰ পঢ়ি পৃথিবীৰ ইতিহাসৰ জ্ঞানৰ বুৎপত্তি লাভ কৰিব পাৰিব। সেইদৰে ৰাজনীতি শিকাতো সকলোবোৰ অসমীয়াতে পঢ়িব পালে সাধাৰণ মানুহো ৰাজনীতিত বুৎপত্তি লাভ কৰি ৰাজনীতিজ্ঞ পুৰুষ হৈ জাকত জিলিকা হব পাৰে। বিজ্ঞান সম্বন্ধেও অতি সহজতে কম সময়তে জ্ঞান লাভ কৰি সেইবোৰৰ বিচাৰ্চ কৰি দেশৰ আৰু দহৰ উন্নতি কৰিব পাৰি, বৈজ্ঞানিক হিচাবে জগতত স্থান লাভ কৰিব পাৰে। সেইদৰে আন বিষয়তো একে কথা। কোনোৱে প্ৰশ্ন কৰিব পাৰে কিন্তু সেইবোৰ অসমীয়াত তৰ্জ্জমা কৰা বৰ টান কথা। আকৌ তৰ্জ্জমা কৰিলেও শব্দ বোৰ সহজ নহৈ বুজা কঠিন হৈ পৰে। তাই ভাবিলে সেইটো সম্পূৰ্ণ ভুল। শব্দবোধ একে ধৰণে থাকিব। কেৱল ব্যাখ্যাবোৰহে অসমীয়াত সৰল ভাবে প্ৰকাশ হব। যেনে ৰেডিও শব্দটো যেনে তেনে থাকক, কিন্তু ৰেডিওৰ সহায়েৰে কেনেকৈ বা-বাতৰি দূৰৈৰ পৰা আহে, কেনেকৈ দূৰৰ শব্দবোৰ গীত, বক্তৃতা আদি মানুহে শুনিব পাৰে, সেইবোৰৰ ব্যাখ্যাহে জনা উচিত। তদুপৰিও ৰেডিও কেনেকৈ কৰে সেইটোৰে সুন্দৰ জ্ঞান হোৱা যুগুত। সেইদৰে বৈজ্ঞানিক সকলো শব্দবোৰ হুবহু তেনেভাবে ৰাখি বৈজ্ঞানিক ক্ষেত্ৰত অসমীয়া ভাষাত শিক্ষা লাভ কৰি অসমীয়া জাতি আগবাঢ়ি যাওক। তেন্তে অতি কম সময়তে অসমীয়া সকল বৈজ্ঞানিক হিচাবে উন্নতি কৰিব পাৰিব। তাই ভাবিলে পাহাৰী বা ভৈয়ামৰ উপজাতি সকলৰ ভাষাও অসমত প্ৰচলন হওক। কিন্তু প্ৰত্যেক উপজাতি সকলৰ ভাষা বেলেগ বেলেগ ফৈদৰ বেলেগ বেলেগ হোৱাৰ কাৰণে আৰু সেইবিলাকৰ লিখিত ভাষা নথকাৰ কাৰণে উপজাতি সকলৰ নিজৰ উন্নতিৰ কাৰণে বহল অসমীয়া ভাষাকে লব লাগিব। নহলে সেই জাতিবোৰ কিতাপ আদিৰ অভাৱত তেওঁলোক

আকৌ এশ বছৰ পিচুৱাই থাকিব লাগিব। বিশেষত তেওঁলোকৰ কিতাপ আদি তেওঁলোকৰ ভাষাত লিখি উলিয়ালেও প্ৰত্যেক ফৈদৰ মানুহ অতি তাকৰীয়া সংখ্যা হোৱাৰ কাৰণে সেইবোৰৰ প্ৰচলন বহুতো কম হব আনকি সেইবোৰৰ বিক্ৰী নহৈ ভেকুৰিব লাগিব। তেওঁলোকৰ নিজ আখৰৰ তদুপৰিও ছাপাখানা নেহোৱাৰ কাৰণে বা Type writer নোহোৱাৰ কাৰণে সেই কিতাপবোৰ প্ৰকাশ কৰা দুৰুহ ব্যাপাৰ হৈ উঠিব। গতিকে অসমীয়াৰ উন্নতি হওক বা নহওক তেওঁলোকে নিজৰ উন্নতি কৰিবলৈ হলে এটা ডাঙৰ ভাষা আৰু সাহিত্যৰ আলম লোৱা অৱশ্যম্ভাবী। তেনে ভাষা হয় হিন্দী নাইবা অসমীয়া হব। কিন্তু হিন্দীতকৈ ওচৰত থকা বা সদাই কথা-বতৰা কৰ পৰা লোক সকলৰ অসমীয়া ভাষা তেওঁলোকে অতি সহজতে শিকিব পাৰিব। সেয়ে তেওঁলোকৰ সহজ আৰু ঘৰুৱা ভাষাত অলপ দিনতে পৰিণত হয়, আৰু তাৰ আলম লৈয়ে জগতত তেওঁলোকে মূৰ দাঙি উঠিব পাৰিব। কোনোৱে কব বঙালীয়োতো শিকিব পাৰে। সেই কথাও হিন্দী আৰু অসমীয়াৰ মাজত আগতে যি বিজণি দিয়া হৈছে সেই একে বিজণিয়ে খাটে। বৰং হিন্দীৰ ঠাইত বঙালী শিকাতো তেওঁলোক কেৱল অসমীয়াৰ পৰাই বেলেগ নহল, ভাৰতীয় লোক সকলৰ পৰাও দূৰত থাকিব লাগিব। তেন্তে বঙালী শিকি লাভ কি? আনপিনে এই উপজাতি সকলে অসমীয়া শিকিলে বাঙালী সকলবো স্বাৰ্থ ৰক্ষা পৰিব। কিয়নো অসমীয়া শিকিলে তেওঁলোকে সহজতে বঙালী বুজি পাব আৰু বঙালী কিতাপবোৰ পঢ়িব পাৰিব, তাৰ ফলত অসমীয়াৰ মাজত যেনে বঙালী কিতাপবোৰৰ চলন্তি হৈছে এই উপজাতি সকলৰ মাজতো তেনে ভাবে চলন্তি হৈ বঙালী কিতাপবোৰৰ আদৰ আৰু বিক্ৰী হব। উপ-জাতি সকল এটা স্বকীয়া জাতি বা স্বকীয়া ভাষা অৱলম্বী নহয়। তেওঁলোকৰ ফৈদে ফৈদে বেলেগ ভাষা বেলেগ জাতি আছে। গতিকে উপজাতি সকল সংখ্যাত সৰহ বুলি অসমীয়া ৰাজনীতিজ্ঞ সকলে ভয় খোৱা কথাটো কেচু-মতাৰে গঢ়া। এনে অলীক ভয়ৰ আশ্ৰয় লৈ



অসমীয়া প্ৰচলন নকৰাটো কেৱল ৰাজনীতিজ্ঞ-পুৰুষ সকলৰ দুৰ্ব্বলতাই নহয় আন আন বিদেশী সকলক ডাঙৰ আন্দোলন কৰিবলৈ সময় আৰু সুবিধা দিয়া। ইয়াৰ ফল মাৰাত্মক হৈ উঠিব পাৰে। কিয়নো এনে কথাত পলমেই সৰ্ব্বনাশৰ মূল।

ৰহণে ভাবিলে ধনী দুখীয়া থাকিব পাৰে কিন্তু সিহঁতৰ মাজত পৰ্ব্বত পাহাৰৰ পাৰ্থক্য নাথাকিব। কোনো লোকে হাজাৰ হাজাৰ টকা পাব আৰু কোনোৱে খাবলৈ ভাত মুঠাও নাপাব, এনে ৰাজ্য গঢ়াত তাই যোগ দিব নোৱাৰে। তাই যোগ দিব সকলোৰে সুন্দৰ ভাবে যাতে খোৱা-লোৱা, শিক্ষা দিয়া বা পোৱা, ডাক্তৰ আৰু দৰব-পাতিৰ যাতে একে ধৰণে সুবিধা পায়, এনে ৰাজ্য গঢ়াত তাই মনপুতি লাগিব। কোনোৱে লগে লগে টকা বেঙ্কত থব আকৌ কোনোৱে হা টকা হা টকা কৰি খেতি কৰা গৰু হাল কিনিবলৈ টকা নাপাব বা অতি সৰহীয়া সূদত টকা ধাৰ কৰিব লাগিব এনে অৱস্থা নোহোৱা কৰিব। অবৈতনিক শিক্ষা আৰু ডাক্তৰ দৰব-পাতিৰ ব্যৱস্থা কৰিবলৈ চাব যাতে ধনী মানুহৰ লৰা জধা মূৰ্খ হলেও টকাৰ বলত বিলাত ঘূৰি আহি ডাঙৰ আসন পাবহি আকৌ দুখীয়াৰ লৰা অতি চোকা বুদ্ধিৰ হলেও টকাৰ অভাৱত চেচুকত ভেকুৰিব লগীয়া দূৰ কৰিব। তাই ভাবিলে এই বলাক কৰিবলৈ উপায় কি? বেঙ্কবোৰ আৰু ডাঙৰ কলকাৰখানা জাতীয়কৰণ কৰিব নোৱাৰিলে এই সমস্যাৰ সমাধান নহব। কিন্তু এইবিলাক জাতীয়-কৰণ কৰিব লাগিলে কি কি বিপদ হব পাৰে? কংগ্ৰেছে কৈছে সেইবিলাক জাতীয় কৰাত বিপদ আছে, লাহে লাহে কৰিব। কিন্তু কি বিপদ আছে ৰাইজক ভালকৈ বুজ দিব পৰা নাই। সেইবিলাক ফঁহিয়াই নেদেখালে তেওঁলোকৰ কথাৰ সত্যতা কেনেকৈ প্ৰমাণ হব? কচিয়াৰ কথা কলে কংগ্ৰেছে গা-মূৰ শিয়ৰি উঠে। কিন্তু তেনে কৰাৰ একো কাৰণ নাই। কচিয়াৰ যি ভাল আছে সেইটো আমি গ্ৰহণ নকৰিম কিয়? আকৌ বেয়াটো দলিয়াই পেলাবলৈ নিশিকিম কিয়? কমিনিউজিম্ বা ছচিয়া-লিজম বুলিলে নাক কোচোৱাৰো একো কাৰণ নাই। আকৌ সেইবোৰ

নোচোৱা নিচিন্তাকৈ ততালিকে ডিঙিত পেলাই কুইনাইন পিলব দৰে গিলি পেলোৱাবো কাৰণ নাই। যি সকলে সেইবোৰ বেয়া বুলি কব তেওঁলোকে সুন্দৰ যুক্তিৰে সেই বেয়াবোৰ প্ৰমাণ কৰিব লাগিব। আকৌ যি সকলে ভাল বুলি কয় তেওঁলোকেও সেইটো সুন্দৰ ভাবে বিশ্লেষণ কৰি ৰাইজক যুক্তি দেখাব লাগিব। কিন্তু দল বা পাৰ্টিৰ মোহত কদাপি মঙ্গল নহয়। তাই ভাবিলে দেশৰ মঙ্গলৰ অৰ্থে দলৰ স্বাৰ্থ সমূলি দলিয়াই পেলাব। এই কেইদিন তাই নানা ভাবত বিভোৰ। এবাৰ ভাবিছে তাইৰ আদৰ্শ ঠিক কৰি ললে সঁচা কিন্তু কোনো দলত ভৰ্ত্তি হৈ নিৰ্ব্বাচনত নানামিলে তাই মেম্বৰ হোৱাৰ আশা ক'ত? আকৌ মেম্বৰ হব নোৱাৰিলে বহল ভাবে দেশ সেৱা কৰিবলৈ কেনেকৈ সুবিধা পাব? আকৌ দলত ভৰ্ত্তি হৈ দলৰ নিয়ম, পদ্ধতিবোৰ নামানিলে তাইক কেৱল সুবিধা-বাদী বুলিহে লোকে ঘিণাব, আকৌ দলৰ পৰাও বাহিৰ কৰি দিব। আনপিনে দল নহলেও মন্ত্ৰী আদি হোৱা টান হব? তাই ভাবিলে, মেম্বৰ, মন্ত্ৰী আদি নহলে জানো দেশৰ সেৱা কৰিবলৈ আন উপায় নাই? ৰাজনীতি ক্ষেত্ৰ কি, কেৱল কাউন্সিল ঘৰত হে? যি নহওক তাই ভাবি মন ডাঠ কৰিলে। তাই চেষ্টা কৰিব সেইবোৰ হবলৈ, কিন্তু যদিহে নোৱাৰে তথাপি তাই দেশ-সেৱা কৰিব নিজ সামৰ্থ্য অনুসাৰে। কিন্তু দলত ভৰ্ত্তি হৈ নিজৰ স্বাধীন মত বিসৰ্জ্জন দিবলৈ তাই সাজু নহয়। এনেবোৰ ভাবি থাকোতেই জোনাকী আহি কলে···

আজিৰ কাকত দেখিছা?

কি?

তুমি নিৰ্ব্বাচনত প্ৰতিদ্বন্দী হবা বুলি ডাঙৰ আখৰত প্ৰকাশ কৰিছোঁ।

সেয়ে হৈছে। আন একো কথা নিলিখিবা। কেৱল লিখিবা দেশ সেৱাহে মোৰ ইচ্ছা। দেশৰ মঙ্গল যি কথাত হয় সেই কথাহে মই লম। যি দলৰে, যি পদ্ধতিয়ে দেশৰ মঙ্গল কৰিব বুলি মোৰ জ্ঞান বিশ্বাসে বুজো, সেই পদ্ধতিহে মই সমৰ্থন কৰিম। কোনো দল ৰাখিবলৈ মই অপাৰগ।



দলত নোসোমালে যে নিৰ্ব্বাচনত পাৰ হোৱা টান কথা?

নহলে নাই। মেম্বৰ নহলেও দেশ সেৱা কৰিবলৈ বহুতো উপায় আছে।

তেন্তে নিৰ্ব্বাচনত কিয় আগবাঢ়িছা?

তেনে কিবা হব পাৰিলে দেশৰ গবেষণা আলোচনাবোৰত যোগ দিব পাৰি, আকৌ দেশৰ টকা-কড়িৰ আয়-ব্যয় নিয়ন্ত্ৰণ কৰিব পাৰি। সেইকাৰণেহে। নহলে মেম্বৰ মন্ত্ৰী হৈ মোৰ একো স্বাৰ্থ পূৰণ কৰাত লাভ নহয়।

এনে ভাৱ লৈ যে নিৰ্ব্বাচনত কৃত-কাৰ্য্য হব পাৰিবা সেইটো মোৰ মনে নধৰে। কিয়নো আজি "প্ৰপেগণ্ডাৰ" দিন। আজিৰ দিন দলক হাতত ৰাখিব পাৰা "ডিপ্লোমাটি"ৰ দিন। এই দুয়োটাৰ অভাৱত কেতিয়াও নিৰ্ব্বাচনত আগবঢ়া উচিত নহয়।

এই দুয়োটাতে মোৰ বিতৃষ্ণা।

তেন্তে এনেয়ে টকাৰ শ্ৰাদ্ধ কৰাৰ কি লাভ হব?

টকাৰ শ্ৰাদ্ধ?

এৰা।

মইতো ভাৱিছোঁ টকা এটাও খৰচ নকৰোঁ। বৰং টকা আৰ্জ্জিবলৈ উপায়হে কৰিম। অৱশ্যে নিৰ্ব্বাচনত মই কৃত-কাৰ্য্য নহৰও পাৰোঁ। কিন্তু টকাৰ যে হানি নহয় সেইটো ধ্ৰুপ। লগে লগে দেশৰ মঙ্গল কৰিবলৈকো সুবিধা কৰিব পাৰোঁ।

কেনেকৈ? এইটো আচৰিত কথা। আজিলৈকে আমি দেখিছোঁ নিৰ্ব্বাচনত নমা সকলে হাজাৰ হাজাৰ টকা পানীহে কৰিছে।

যেয়ে টকা পানী কৰি নিৰ্ব্বাচনত জয়-লাভ কৰে সি নিশ্চয় তেনে আসন পায়ো দেশৰ টকা পানীহে কৰিব। কিন্তু দেশৰ অৰ্জ্জাশক্তি, দেশৰ ধন বঢ়াব নোৱাৰে। কিয়নো নিজৰ আৰ্জ্জনৰ গঠন-মূলক পদ্ধতি যেয়ে লব নোৱাৰে, সি দেশৰ গঠন-মূলক পদ্ধতি কেনেকৈ লব? টকা যেয়ে কেৱল পানী কৰিবহে জানে, সি টকাৰ সজ-ব্যৱহাৰ কেনেকৈ কৰিব।

বাক তুমি টকা কেনেকৈ আৰ্জ্জিবা ?

এই চা প্ৰথমে কওঁ, তোৰ এখন কাকত আছে। এই নিৰ্ব্বাচনৰ কাৰণে যলৈকে যাম সম্পদ-শালী লোক চাই চাই তোৰ কাকতৰ গ্ৰাহক কৰিম। দ্বিতীয়তে মই যতে যাওঁ সেই গাঁৱত উৎপন্ন হোৱা ধান, মৰাপাট, তিল, মাহ, সৰিয়হ সুবিধা দৰত কিনিবলৈ চাম। তৃতীয়তে এৰি মুগাৰ কাপোৰ বানচ দি মজুত কৰি আনি কালিন্দ্ৰীক বেচাৰ উপায় কৰি দিম। চতুৰ্থত গাওঁবোৰৰ মাজেৰে যোৱা নৈৰ কোন ঠাইত সুবিধা হয়, হাইড্ৰো ইলেকট্ৰিক ইঞ্জিন বহুৱাবলৈ ভৱিষ্যতে চেষ্টা কৰিম। তাৰ দ্বাৰা যাতে গাঁৱ আৰু গাঁৱলীয়া সকলৰ সকলো প্ৰকাৰে উন্নতি হয় তাৰ ব্যৱস্থা কৰিবলৈ চেষ্টা কৰিম। পঞ্চমত হেমেনীহঁতৰ কথাছবি গাঁৱে-ভূঞে দেখুৱাই প্ৰথমে আমাৰ গাঁৱত যোৱা খৰছ আদি উলিয়াম, তাৰপিচত এনেয়ে দেখুৱাই গাঁৱলীয়া সকলক নতুন যুগৰ সন্ধান দিবলৈ চেষ্টা কৰিম। মোক ভোট দিবলৈ কাকো নকওঁ, বৰং দেশৰ যেয়ে মঙ্গল কৰিব পাৰিব বুলি তেওঁলোকৰ বিশ্বাস তেওঁকহে ভোট দিবলৈ কম।

জোনাকীয়ে নীৰবে সকলো কথা শুনিয়ে থাকিল! ৰহণে কৈয়ে গল, মই ভোট নাপাৰ পাৰো কিন্তু এইটো সঠিক যে গাঁৱৰ বুঢ়া, ডেকা, লৰা-তিৰোতাক গাঁৱে গাঁৱে মোৰ পিচে পিচে যোৱা অৱস্থা গঢ়ি তুলিব পাৰিম। তেনে কৰাত কৃত-কাৰ্য্য নহলেও আমি সেই কেইদিনতে গাওঁ-ভূই নতুন ঠাইত গঢ়িবলৈ সক্ষম হম। এতিয়া আচল কথা কোন গাঁৱৰ পৰা কোন গাঁৱলৈ আমি খোঁজ লম আৰু কি কি আলমলৈ আমাৰ নিৰ্ব্বাচনৰ কাম সমাধা কৰিম; সেইবোৰ ভালকৈ আঁচনি কৰি লোৱা যুগুত। বেলতো আমি লাউডস্পীকাৰ ব্যৱহাৰ কৰিব লাগিব। দেশ-গঠনত কংগ্ৰেচ কিয় কৃত-কাৰ্য্য হোৱা নাই সেইটো ভালকৈ গাঁৱে-ভুৱে অহিংসা ভাবে বুজাব লাগিব। শাসনকাৰ্য্য যে জনচেৰেক মানুহৰ কাৰণে নহে সমূহ ৰাইজৰ সেইটো অনুভৱ কৰাব লাগিব।

কিন্তু !—

কিন্তু কি ?



তোমাৰো দেখিছো সেই একে শোষণ নীতি! নিৰ্ব্বাচনত যাবা তাতো চহা গাঁৱলীয়া সকলৰ পৰা বস্তু-বেহানি আনি নিজৰ লাভ কৰা ব্যৱসায় লবা! তেন্তে গাঁৱলীয়া সকলৰ হকে কি হব ?

ঠিক ধৰিছা! কেপিটালিজমৰ ভাৱ থাকে মানে যি ক্ষেত্ৰতে নোযোৱা, কেৱল চহা গাৱলীয়াক শোষণ নীতিয়ে দেখিবা। কিয়নো তুমি বা মই ধনী হব লাগিলেই আন কিছুমানৰ অজ্ঞানতাৰ সহায় লৈ শোষণ কৰিবৰ বাধ্যই হম। গতিকে সেইবোৰৰ অন্ত কৰিবলৈ একমাত্ৰ উপায় হৈছে সকলো মূলধন জাতীয় ভাবে খটোৱা আৰু সকলো লাভ জাতীয় লাভ হিচাবে লৈ সৰ্ব্বসাধাৰণৰ উপকাৰৰ অৰ্থে খটোৱা। তেতিয়াহলে জনচেৰেক ধনী হোৱা পন্থাৰ অন্ত হব। তাৰে আচল উপায় অতি সহজতে কৰিব পাৰি।

কি ?

যদি সকলো বেঙ্কৰ টকা জাতীয় কৰা হয় তেন্তে ধনী সকলৰ যত টকা বেঙ্কত আছে আৰু যি ধনৰ ভাৱত তেওঁলোক গঙ্গাটোপ ওপঙা দি অহঙ্কাৰত ভাঁহি ফুৰে আৰু নানা বিলাসিতাৰ সাগৰত বিভোৰহৈ থাকে সেইবোৰ ততালিকে নোহোৱা হৈ ধনী, দুখীয়া সকলো একে শ্ৰেণীত পৰিণত হব। তাৰ পিচত সকলোৱে একে পন্থা লৈ জাতীয় উন্নতিত মন দিব। জনচেৰেকৰ স্বাৰ্থৰ ভাৱত শোষণ নীতি, যুদ্ধ বিগ্ৰহ, দ্বন্দ খৰিয়ালৰ অন্ত পৰি কেপিটালিজিম, চচিয়ালিজিমৰ মাজত ঘটা বিৰোধ ভাব নোহোৱা হব।

জানা বৰ্ত্তমান জগতত তিনিটা ভাবৰ খেলি মেলি। কেপিটালিজিম, চচিয়ালিজিম, ফেচিজিম। এই তিনিটাৰ কোনটো শ্ৰেষ্ঠ হৈ জগতৰ মানুহক উন্নতিৰ পথত আগুৱাই নিব পাৰিব তাৰে চিন্তাত ভাবুক সকল বিভোৰ। জাতি সকল যুদ্ধ বিগ্ৰহৰ কাৰণে সাজু। ইয়াৰ প্ৰমাণ কৰিবলৈ গৈ বিশ্বৰ প্ৰথম মহাৰণ দ্বিতীয় মহাৰণ শেষ হল। কিন্তু সিদ্ধান্ত নহল। তৃতীয় মহাৰণলৈ আকৌ জাতি সকলে গোপনে গোপনে সাজু হব ধৰিছে। কিন্তু তেনে যুদ্ধৰ শেষতো জানো জগতে আচল

পথ বিচাৰি পাব নে তাৰ আগেয়ে মানুহ জাতি এটা ধ্বংস স্তুপত পৰিণত হব ? এটমিক বোমাতকৈও ভীষণ ভীষণ গোপণ অস্ত্ৰৰ সৃষ্টিয়ে জগত ধ্বংস কৰিব পাৰে, কিন্তু জগতৰ সৃষ্টিত এধানিষ্ঠামানো সহায় হব নোৱাৰে।

কিন্তু বেঙ্কবোৰ জাতীয় কৰিলে জানো আকৌ মানুহে বেঙ্কত টকা থব ? অৱশ্যে প্ৰথমে মানুহৰ বহুতো সুবিধা হব। পিচত বেঙ্কৰ অন্ত হৈ জাতীয় ভৰাল হে হব। তদুপৰিও সকলো মাটি-বাৰী, টকা-কড়ি জাতীয় হলে যদি হঠাৎ এখন যুজত তেনে ধৰণৰ এখন পৰাজয় হয়, তেন্তে তাৰ মানুহ সকল সৰ্ব্বহাৰাতকৈও সৰ্ব্বহাৰা হব।

তাৰ মানে ?

ধৰা, এই দ্বিতীয় মহাৰণত যদি জাৰ্ম্মানীৰ পৰাজয় নহৈ ৰুচিয়াৰ হলহেতেন তেন্তে ৰুচিয়াৰ সকলো ধন-সম্পত্তি, মাটি-বাৰী সমূহকে ততালিকে জাৰ্ম্মানী সকলে পালেহেতেন। আৰু ৰুচিয়াৰ মানুহ সকল দীন-ভিখাৰী, আৰু বন্দী-বেটীত পৰিণত হলহেতেন। ৰাজ ভৰালৰ সকলো ধন থুপতে পাই সেইবিলাক সহজতে বিদেশীয়ে পালে হেতেন। আৰু মাটি-বাৰী কাৰো ব্যক্তিগত সম্পত্তি নোহোৱাৰ কাৰণে সেইবিলাকত বিদেশী গবৰ্ণমেণ্টে ৰুচদেশৰ লোকসকলক দিনে ৰাতিয়ে খটুৱাই লাভতে লাভ কৰি বিদেশলৈ শোষণৰ অনন্ত গতি কৰাই ৰুচদেশৰ লোকসকলৰ নাস্নং-নাৱস্ত্ৰং কৰিলেহেতেন, কিন্তু ভাৰতক এদিন বৃটিছে জয় কৰিলেও ভাৰতীয় লোকক একে দিনতে সৰ্ব্বহাৰা কৰি তুলিব নোৱাৰিছিল। তাৰ প্ৰধান কাৰণ ভাৰতীয় লোকসকলৰ ব্যক্তিগত সম্পত্তি আছিল। কম্যুনিজিম বৰ ভাল, যদি গবৰ্ণমেণ্ট নিজৰ হয়। কিন্তু বিদেশী গবৰ্ণমেণ্ট হলে কমুনিজমৰ দৰে সৰ্ব্বনাশী পন্থা আৰু কি হব পাৰে ? বিদেশী গবৰ্ণমেণ্টে দেশৰ লোকৰ স্বাৰ্থ বা সুবিধাৰ কাৰণে নাভাৰে, আনপিনে সকলো গোট-খুৱাই থোৱা ধন দৌলত নিমিষতে হাত কৰিব পাৰে। মাটি-বাৰীত নিজৰ কাৰো স্বকীয়া স্বত্ব নথকাৰ কাৰণে বিদেশীয়ে নিজ ইচ্ছামতে দেশীয় লোকক বঞ্চিত কৰিব পাৰে। দেশীয় লোকে পেটৰ



পোৰণিত ততালিকে বিদেশীয়ে যি কৰিব দিয়ে তাকে কৰিবলৈ বাধ্য হব।

ৰহণে কলে, কথাটো গহীনাই ভাবিব লগীয়া। ৰুচৰ জয়ৰ লগে লগে কমুনিজিমৰ ৰমক্-জমকত জগতৰ চকুত চমক্ লাগিলেও জগতে ভাবিব পৰা নাই। ৰাচিয়াৰ পৰাজয় হলে এনে দেশৰ লোক সকলৰ কি অৱস্থা হল-হেতেন ! কম্যুনিজিমৰ শেষ পৰিণতি কি হল-হেতেন। সৰ্ব্বহাৰা দলৰ কি অৱস্থা হল-হেতেন ? যিনহওক ভাৰতে ৰুচিয়াক অনুকৰণ কৰি ততালিকে সেই পন্থা ললে ভবিষ্যত আউসী আন্ধাৰেও গ্ৰাস কৰিব পাৰে। কিন্তু কেপিটালিজিমেও বৰ্ত্তমান অৱস্থাৰ উন্নতি কৰিব নোৱাৰে। দুখীয়াৰ অৱস্থা টনকিয়াল কৰিবলৈ উপায় নাপায়। ধনীৰ শোষণ নীতিৰ অন্ত নহয়। ফেচিজিমেও ধনী দুখীয়াৰ মিলন কৰা উদ্দেশ্যত সহায় হব নোৱাৰে, আকৌ কম্যুনিজিমতো আন্ধাৰ গুহাৰ বিভীষিকা আছে। তেন্তে জগতে কি নতুন পন্থা লব ?

( ২৭ )

চক্ৰপানীয়ে কম্যুনিষ্ট সকলৰ অফিচ চাই কাচি আৰু হাতুৰীৰ নানা ঠাইত নানা ধৰণৰ উপাসনা দেখি সেই জনক সুধিলে, তোমাৰ নাম কি ?

কম্ৰেড ! কম্ৰেডৰ বাহিৰে আন নামৰ আৱশ্যক নাই।

বাৰু ময়ো কম্ৰেড্ বুলিয়েই মাতিম। বাৰু কম্ৰেড্, হাতুৰী আৰু কাচিৰ বহুতো কছৰৎ দেখুৱালা। কিন্তু আচলতে হাতুৰী আৰু কাচিৰ ব্যৱহাৰ কৰিছা জানো ?

তাৰ মানে ?

অৰ্থাৎ বনুৱা আৰু কৃষক দলক ৰাজনীতি ক্ষেত্ৰত পাৰ্গত কৰি জানো তেওঁলোকৰ মাজৰ পৰা তোমালোকৰ দলপতি সৃষ্টি কৰিব পাৰিছা।

নে কেৱল নিৰ্ব্বাচন দ্বন্দত জিকি তোমালোকৰ দৰে শিক্ষিত দলৰ পৰা আকৌ মেম্বৰ, মন্ত্ৰী আদি হৈ কৃষক-বনুৱাৰ ওপৰত প্ৰভুত্ব চলাবা।

ঠিক ধৰিছা! কিন্তু ৰুচিয়াত এনে বনুৱা আৰু কৃষক দলৰে পৰা ৰাজনীতি-বিদ্ উলিয়াই ৰুচিয়াৰ দলপতি আৰু শাসকৰ দল সৃষ্টি কৰিছে। অৱশ্যে আমি ইয়াত তেনে কৰিব পৰা নাই। কিন্তু আমাৰো ইচ্ছা আছে তেনে কৰিবলৈ। জানা ষ্টেলিন এজন সাধাৰন মুচীয়াৰৰ লৰা। ছোভিয়েট গৱৰ্ণমেণ্টৰ প্ৰেচিডেণ্ট কালিনিন ধাতুৰ কৰ্ম্মকাৰ আছিল। মলোটোভ এজন অফিচাৰৰ লৰা। তেওঁৰ পোন্ধৰ বছৰ বয়সতে ছচিয়ালিজিমত বৰ ৰাপ হয়, আৰু কাজন বিশ্ববিদ্যালয়ত পঢ়োতে ১৯ বছৰ বয়সতে এই আন্দোলনত বৰকৈ লগাৰ কাৰণে গ্ৰেপ্তাৰ হয় আৰু দুবছৰ নিৰ্ব্বাসন হয়। দেশৰক্ষা সচিব ভৰোচিলিভ কালিনিনৰ দৰে ধাতু নিৰ্ম্মাতা হে আছিল। পোন্ধৰ বছৰ বয়সতে এই আন্দোলনত যোগ দি উনৈশ বছৰ বয়সত প্ৰথম ধৰ্ম্মঘট কৰিছিল। টিমোচিঙ্কোও এজন সাধাৰণ খেতিয়কৰহে লৰা আছিল। প্ৰধান মন্ত্ৰী ৰুচৰ হৰ্ত্তা কৰ্ত্তা বিধাতা ষ্টেলিন জীৱন-জুৰি শ্ৰমিক আন্দোলনতে লাগি আছিল। পোন্ধৰ বছৰ এই আন্দোলনতে লাগি বিপ্লৱ-মন্ত্ৰেৰে দীক্ষিত হৈ বিপ্লবী শিক্ষাতে শিক্ষা লভি গৱৰ্ণমেণ্টৰ শাসন দণ্ড মূৰ পাতি লৈ কেতিয়াবা জেললৈ গৈ, কেতিয়াবা নিৰ্ব্বাসিত হৈ আকৌ উভতি আহি কামিলা সকলৰ লগতে লগ লাগি আন্দোলন চলাই জীবন জুৰি বিপ্লৱতে দিন নিয়াই আজি বিপ্লবী নেতা হৈ গোটেই ৰুচ সাম্ৰাজ্যৰ হৰ্ত্তা কৰ্ত্তা হৈছে।

ঠিক্ ঠিক্। তেন্তে ভাৰততো তেনে ধৰণৰ নেতাৰ সৃষ্টি নহয় কিয়? কেৱল উকীল কেইজনে বা ধনীলোক সকলেহে নেতাৰ আসন লাভ কৰে কিয়?

বিপ্লৱ আন্দোলনৰ লগে লগে সকলো ৰাজনীতি, অৰ্থনীতি, বিজ্ঞান আদি শিক্ষা দিব নোৱাৰাটোৱে ইয়াৰ কাৰণ। আমাৰ বিপ্লৱ আন্দোলনে কেৱল মানুহক মাতোৱাৰা কৰি তোলে, কিন্তু তেওঁলোকৰ



শিক্ষা-দীক্ষাৰ ব্যৱস্থা নাই। সেয়ে অশিক্ষিত জনসাধাৰণে আন্দোলনত যোগ দিলেও কেৱল অশিক্ষিত হিচাবেই থাকে। ৰাজনীতি, অৰ্থনীতি, বাহিৰ জগতৰ খা-খবৰ, সেইবোৰৰ লগত আমাৰ সম্বন্ধ, বিজ্ঞানৰ আৱশ্যকতা আৰু তাত বুৎপত্তি লাভ কৰা এইবোৰ কথাৰ কাষলৈকে আমি নাযাওঁ। কেৱল জাতীয় পতাকা লৈ ঘূৰোৱা, লোকক সমদল দেখুৱা আৰু কেটামান ভাটৌৰ দৰে চিঞৰ বাখৰ কৰাতে আমি তেওঁলোকক ব্যস্ত ৰাখো আৰু ভাবো বহুতো ডাঙৰ কাম কৰা বুলি। তাৰ পৰিণতি আমাৰ দৰে সেইবোৰকো অকামিলা, কামলৈ হেলা আৰু নিষ্কৰ্ম্মীৰ সংখ্যা বঢ়োৱা, লগে লগে দেশজুৰি অশান্তিৰ সৃষ্টি কৰা।

এবা, এবা, আমাৰ কৰ্ত্তব্য হব লাগিব, আমাৰ প্ৰত্যেক মানুহকে কৰ্ম্মী কৰা, শিক্ষিত কৰা আৰু বৈজ্ঞানিক ধৰণে বিপ্লৱৰ যুজাৰু কৰা। চক্ৰপানীয়ে কলে, এনে নকৰি কেৱল চিঞৰ বাখৰ কৰি কেৱল বাটে-ঘাটে সমদল উলিয়াই ফুৰিলে নহব। কামত কম নিষ্ঠাই কম্যুনিষ্ট নহয়। কামত জপিয়াই পৰি কামিলা হৈ দেশক আগুৱাই নিব পৰা শক্তিহে কম্যুনিজিমৰ সাৰ্থকতা।

কিন্তু সেইটো কৰিবলৈ উপায়?

উপায় নিশ্চয় আছে। যেনেকৈ ৰুচিয়াত কৰিছিল তেনে পন্থা লব লাগিব। প্ৰত্যেক কাৰখানা, চাহ-বিৰি-পাণবো সৰু সৰু দোকান বোৰত, স্কুলীয়া-কলেজীয়া লৰাৰ মাজত, হোজা খেতিয়ক সকলৰ ভিতৰত বিপ্লবী দল সৃষ্টি কৰিব লাগিব। সৰু সৰু ধৰণৰ বিপ্লৱৰ কেন্দ্ৰ গঢ়ি গোটেই দেশ ভৰপূৰ কৰিব লাগিব। প্ৰত্যেকে কোনো কাম কৰি খাব, আকৌ সময়মতে আচল লাগতিয়াল শিক্ষা লাভ কৰিব। কিতাপ আদি পঢ়িব শুনিব, গোটেই মনবোৰ বিপ্লৱৰ শিখাৰে পৰিপূৰ্ণ কৰিব লাগিব। সৰু সৰু কেন্দ্ৰবোৰে একোটা দুৰ্ভেদ্য দুৰ্গত পৰিণত হব। সেই গুপ্ত কেন্দ্ৰবোৰ সমূলি মূলচ্ছেদ কৰিবলৈ কোনো ৰাজশাসকৰ শক্তি নহব। যেতিয়া এনেভাবে গুপ্ত সমিতি কেন্দ্ৰ সুন্দৰ ভাৱে গঢ়ি উঠে তাৰ পিচত আঘাতৰ পিচত আঘাত হানি দেশৰ লোকৰ অহিত-

কাৰী গবৰ্ণমেণ্টক হাৰাশাস্তি কৰি সময়ত শাসন এই বিপ্লবীদলেই অধিকাৰ কৰিব লাগিব।

তুমি ইয়াতে কাম কৰা।

এবা, মাহচেৰেক কৰি সকলো কথাৰ তথ্য বুজি বিপ্লব আন্দোলন কেনেকৈ বৈজ্ঞানিক ভাবে গঢ়িব পাৰি সেইটো বুজি মই আকৌ নিজ দেশলৈ যাবলৈ ইচ্ছা কৰিছোঁ। তাতে বিপ্লবী দল গঢ়ি এপিনে কৰ্ম্মপটু, অৰ্জ্জাশক্তি পোৱা লোক, আনপিনে বজ্ৰসম বিপ্লবী মন থকা জন সাধাৰণ গঢ়ি তুলিব লাগিব।

ভালকথা, তেন্তে সেয়ে হওক। ময়ো তোমাৰ লগতে তোমালোকৰ দেশলৈ যাম। এতিয়া বলা তোমাক আন আন কমৰেড সকলৰ লগত চিনাকি কৰি দিওঁ।

কমৰেড্! কমৰেড্! ৰে'ড্ আন্দোলনত কম ৰে'ড্ হলে নহব। ভালকৈয়ে ৰেড্ অৰ্থাৎ ৰঙা হব লাগিব। কমৰেড্ বুলিলেই কম্যুনিজিম নহয়। কম্যুনিজিম কি তাৰ আচল তথ্য বুজিব লাগিব। লেনিনে দেখুৱাই দিয়া সৰ্ব্বহাৰাৰ শ্ৰেণী সংগ্ৰাম কৌশল বৈজ্ঞানিক ভাবে উপলব্ধি কৰি তাৰ সৃষ্টি, খোপে খোপে বাঢ়ি যোৱা শক্তি শেহত মহাশক্তিত পৰিণত হৈ কেনেকৈ প্ৰবল শত্ৰুক আঘাত কৰিব পাৰে সেইটো সুন্দৰ ভাবে গবেষণা কৰি কামত লগাব লাগিব।

কম্যুনিজিমৰ পৰিণতি কি হব পাৰে ৰহণে বুজিছে। তেন্তে ভাৰতত কম্যুনিজিম প্ৰচলন নকৰি কি ভাবে ভাৰতৰ উন্নতি কৰিব? আগৰ ধৰণে খোজ কাঢ়িলেও ভাৰতৰ জন সাধাৰণৰ কৌটিকালেও উন্নতি হব নোৱাৰে। আকৌ কম্যুনিজিম গ্ৰহণ কৰিলেও বিপদ আছে। তেন্তে কি কৰিব? ৰুচিয়াই যিমান কম সময়তে উন্নতি কৰিছে ভাৰতেও সেই পন্থা ললে ভাৰতেও উন্নতি জখলাত উঠিব পাৰে। কিন্তু তাৰ সৰ্ব্বনাশী পৰিণতিলৈ ভাবি সেইটো হুবহু গ্ৰহণ তাই সমৰ্থন কৰিব নোৱাৰে। তেন্তে কি পন্থা লব? তাইৰ ভাব হল গান্ধীজিমলৈ? গান্ধীজিমত



কি সত্য আছে? সেই সত্য গ্ৰহণ কৰি ভাৰতৰ উন্নতি হব, পাৰেনে?

কম্যুনিজিমে বিচাৰে গবৰ্ণমেণ্টে সকলো অস্থায়ী আৰু স্থায়ী সম্পত্তিৰ দখল কৰি ব্যক্তিৰ সম্পত্তি মূলচ্ছেদ কৰা। জাতিভেদ বা শ্ৰেণী বিভাগ নোহোৱা হোৱা। আকৌ সমভাবে ধন সম্পতিৰ বিভাগ কৰা এই তিনিটাই আচল কথা। ইয়াৰ এটা ওলট পালট হলে আনকেইটা লৰকফৰক হোৱা ধুৰুপ। যদি গবৰ্ণমেণ্টে সম্পত্তি দখল কৰাত বিদেশী গবৰ্ণমেণ্টে অধিকাৰ কৰিলে সৰ্ব্বনাশ হয়, শ্ৰেণী বিভাগ অসম্ভৱ হৈ পৰে আকৌ নাথাকিলে সমভাবে বিভাগ কৰা কথাৰ মূল্য নোহোৱা হয়। তাই ভাবিলে গান্ধীজিমৰ কিবা মূল্য আছেনে? অহিংসা আৰু সত্যই গান্ধীজিমৰ মূলমন্ত্ৰ কিন্তু এইটোৱেই গান্ধীজিম নহয়। এই দুটাৰ ভেটিত থিয় হৈ গান্ধীজিম প্ৰকাশ হৈছে। আকৌ এই গান্ধীজিমৰ পৰিণতিও জগতত এই দুটাই। অৰ্থাৎ জগতে অহিংসা আৰু সত্যকে সাবটি লব। তেন্তে গান্ধীজিম কি? সকলোৱে কৰ্ম্মত ব্যস্ত থাকিব লাগিব, অৰ্জ্জা শক্তি পাব লাগিব। সকলোৱে সুখ শান্তিত থাকিব লাগিব। ধন সম্পতি জনচেৰেকৰ সম্পত্তি নহৈ সৰই সংখ্যক লোকৰ বা প্ৰত্যেকৰ কম বেচি পৰিমাণে সম্পত্তি হব। সেই সম্পত্তি উমৈহতীয়া ভাবে গোটখাই চৰকাৰৰ আচুতীয়া ধন নহলেও প্ৰায় সমানভাগে ভাগ হৈ ধনতন্ত্ৰত কুঠাৰাঘাত কৰিব। তেনে অৱস্থা হবলৈ ডাঙৰ যন্ত্ৰ নোহোৱা হব লাগিব, যাতে ডাঙৰ ডাঙৰ যন্ত্ৰৰ মালিক সকলে সকলো ধন শোষণ কৰি সাধাৰণ লোক সকলক দুখী কাঙালী কৰিব নোৱাৰে। লগে লগে নিবনুৱা মানুহৰ সংখ্যা বঢ়াব নোৱাৰে। যেনে এটা কল ইলেকট্ৰিক পাওৱাৰে চলোৱাত জনচেৰেক মানুহৰ আৱশ্যক আৰু সেই যন্ত্ৰৰ বলত অলেখ বস্তু তৈয়াৰ কৰাৰ শক্তি আছে; গতিকে বস্তু অলেখ হলেও বেচিভাগ মানুহে নিবনুৱা অৱস্থাত থাকিবলৈ বাধ্য। সেই বিলাক সৰ্বহাৰাৰ দলত পৰিণত হোৱাত আশ্চৰ্য্য কি? কি গান্ধীজিমত কুটীৰ শিল্পত সকলো মানুহে কাম কৰিব লগীয়া হয়, আকৌ সেইবোৰ হাতৰে

কৰিব লগীয়া হোৱাত উৎপন্ন অশেষ হব নোৱাৰে, বা এজনে অলপ সময়তে বহু বস্তুৰ মালিক হৈ হোৰে হোৰে টকা গোটাবলৈ সুবিধা নাপায়। আনপিনে সকলো মানুহ কামত লাগিব লগীয়া হোৱাত নিবনুৱাৰ সৃষ্টি নহয়। তাই ভাবিলে, কিন্তু এনে মন্থৰ গতিত চলি দেশ জানো জগত জিলিকা হৈ উঠিব পাৰে। বিশেষতঃ জগতত আনপিনে যেতিয়া মানুহে যন্ত্ৰ শক্তিৰ প্ৰভাৱত হাজাৰ বস্তুৰ উৎপন্ন কৰিব ধৰিছে তেতিয়া এচমকা ৰাজ্যই জানো কুটিৰ শিল্প লৈ তিষ্ঠি থাকিব পাৰে। ফলত হাজাৰ হাজাৰ কাপোৰ বাহিৰ হৈ কম মূল্যতে যেতিয়া মানুহে পাব, কুটিৰ শিল্পৰ আদৰ হব কিয়? গতিকে বৃহৎ যন্ত্ৰাদি বা বৃহৎ শিল্প এপিনে বাদ দি আনপিনে কেৱল কুটিৰ শিল্পতে ভৰষা কৰি থাকিলে নহব। কিয়নো আগৰটোৱে সৰ্ব্ব-সাধাৰণক কৰে যন্ত্ৰৰ দাস, আনটোৱে কুমজেলুকাৰ গতিৰে গৈ আন আন দেশৰ গতিত খোজ দিব নোৱাৰে। সেইকাৰণে এই দুয়োটাৰ মাজত গঢ়ি উঠিব লাগিব ক্ষুদ্ৰকায় শিল্প। জাপান প্ৰধানতঃ ক্ষুদ্ৰকায় কুটিৰ শিল্পৰ দেশ। কিন্তু ইয়াৰ দ্বাৰাই জাপানে শিল্প জগতত সকলো দেশৰ লগতে প্ৰতিযোগিতা কৰিবলৈ প্ৰাধান্য লাভ কৰিছিল। যোৱা মহাযুদ্ধত চীনৰ কলকাৰখানা শিল্পৰ শতকৰা আশী ভাগ শত্ৰুৰ অধিকাৰত আহিছিল, নাইবা নষ্ট হৈছিল। এনে শোচনীয় অৱস্থাত চীনৰ কৰ্ম্মী সকলে দলে দলে গাওঁত সোমাই ক্ষুদ্ৰকায় শিল্পসমবায় গঢ়ি তুলি সেইবোৰৰ সহায়েৰে শত্ৰুৰ লগত যুদ্ধ-চলাইছিল। এই ক্ষুদ্ৰকায় শিল্পসমবায় (Industrial Co-operatives বা বিশ্বত জনাজাত Industco সম্বন্ধে ভাবিবলগীয়া। আৰু ইয়াৰ প্ৰচলন সম্বন্ধে গান্ধীজিয়ে ভাৰতৰ অৰ্থনীতিৰ উন্নতি কৰিবলৈ পাঙিছিল। গান্ধীজিয়ে মানুহক যন্ত্ৰ-দানৱৰ দাস নকৰি যাতে যন্ত্ৰ যান মানুহৰ শাসনত থাকে তাৰে বিধি ব্যৱস্থা উলিয়াবলৈ চেষ্টা কৰিছিল। তেখেতৰ মনত ঠাই পাইছিল decentralisation of economy শিল্প বিকেন্দ্ৰীকৰণ কৰি গাঁৱে ভূঁৱে সিচৰতি কৰা, চহৰ গাওঁৰ পৰ্ব্বত প্ৰমাণ পাৰ্থক্য দূৰ কৰা। ৰহণে দেখিলে গান্ধীজিমতো বহু উৎপাদনৰ



(mass production) ব্যৱস্থা আছে কিন্তু সেইয়া বৃহৎ যন্ত্ৰ দানৱৰ সহায়েৰে নহয়। mass productions in peoples' own hands সৰ্ব্বসাধাৰণৰ দ্বাৰা বহুল উৎপাদন। শিল্প বিকেন্দ্ৰীকৰণৰ ৰাষ্ট্ৰশক্তিৰো বিকেন্দ্ৰীয় কৰণ গান্ধীজিমৰ আন এটা লক্ষ্য। অৰ্থাৎ প্ৰত্যেক নৰ-নাৰীৰ ভোটৰ দ্বাৰা গাঁৱে গাঁৱে গাঁৱলীয়া পঞ্চায়ত গঠন। এই সাতলক্ষ গাঁৱ পঞ্চায়তেৰে জিলাৰ শাসন পৰিষদ নিৰ্ব্বাচন। জিলাৰ শাসন পৰিষদে আকৌ প্ৰাদেশিক পৰিষদৰ নিৰ্ব্বাচন, আকৌ প্ৰাদেশিক পৰিষদ বিলাকে নিৰ্ব্বাচন কৰিব নিখিল ভাৰত ৰাষ্ট্ৰপতিক। গান্ধীজিমৰ আন এটা আধ্যা মোটা ভাত, মোটা কাপোৰ! এই কথা-ষাৰে যদিও পাশ্চাত্য অৰ্থনীতিবিদ পণ্ডিত সকলে আঙুলিওৱা High standard of living উচ্চ মানদণ্ডৰ কথাৰ বিৰুদ্ধে তথাপি ভালকৈ ভাবি চালে সেই high standard of living য়ে কেৱল ধনী সকলৰ ব্যৱসায়ত হে সহায় কৰি লাভতে লাভ দি তেওঁলোকৰ লোভ বঢ়াই নি দুখীয়াক আৰু কাঙালী কৰিব ধৰিছে। কিন্তু দিন আহিছে ড্ৰইংৰুম বা ডাইনিংৰুম ক্ৰকাৰি বা মোটৰগাড়ীৰ মূল্যৰে মানুহক জোখ নকৰি লাহে লাহে আন জোখে জগতত প্ৰাধান্য লভিব। ধনীৰ লাভ বজাই ৰাখিবলৈ জীৱন যাত্ৰাৰ মাপকাঠি উন্নততকৈ উন্নত কৰাৰ দোহাই দি মানুহক যি ৰসাতললৈ পথিয়াবলৈ অৰ্থশাস্ত্ৰ প্ৰস্তুত হৈছে সেই অৰ্থ-শাস্ত্ৰই ধনী আৰু দুখীৰ পাৰ্থক্য বঢ়োৱাতকৈ কমাব পৰা নাই। ৰুচিয়াতো আকৌ এই ছচিয়ালিজিমৰ ওভতা ফল ফলিব ধৰিছে। কিন্তু গান্ধীজিমত কৈছে world should be such that no one under it should suffer from want of food & clothing. These should be freely avaiiable to all as God's air and water, are or ought to be. They should not be made a vehicle of traffic for the exploitation of others. Their monopolisation by any country or group of persons would be unjust. তাই দেখিলে গান্ধীৰ

ব্যক্তিগত সম্পত্তিৰ স্থান। When I found myself drawn in to the political coil, I asked myself what was necessary for me in order to remain absolutely untouched by immorality, by untruth, by what is known as political gain, I came definitely to the conclusion that if I had to serve the people to whose midst my life was cast and whose difficulties I was witness from day to day, I must discard all wealth, all possession. সেয়ে গান্ধী অৰ্দ্ধনাঙঠ সৰ্ব্বহাৰাৰ ফকীৰ! কিন্তু তেওঁ এই ব্যক্তি-সম্পত্তি ৰাজহুৱা কৰিবলৈ শক্তি প্ৰয়োগ কৰিব নোখোজে! তেওঁ ভাবে ধনী কেৱল ৰাইজৰ হকে ধনৰ ৰক্ষক হে। ৰাইজৰ উন্নতিৰ হকে অভাব-অনাটনৰ মোচনৰ কাৰণে ধন ৰাখিছে আৰু ৰাইজক সময়তে বিলাই দিব। কেৱল সইটো কৰেনে নে নকৰে গবৰ্ণমেণ্টে সেইটোলৈ তীক্ষ্ণ চকু ৰাখিব। ধনী সকলে সম্পত্তি বা কাৰবাৰৰ লাভৰ অংশ শতকৰা ৫।৬ টকাহে নিজৰ খৰচৰ বাবে পাব। এই প্লেনমতে সৰ্ব্বোচ্চ আয় সৰ্ব্বনিম্ন আয়তকৈ ১২ গুণৰ অধিক হব নোৱাৰিব। কিন্তু ছোভিয়েট ৰুচিয়াত ইতিমধ্যাতে সৰ্ব্বোচ্চ আয় সৰ্ব্বনিম্ন আয়তকৈ ৮০ গুণৰো বেছি হব ধৰিছে। ইত্যাদি কথাবোৰ ভাবি ভাবি ৰহণে এখন ভাব-ৰাজ্যত সাতুৰিব ধৰিলে—ভাৰতে কোন পথ এৰি কোন পথ লব? কেৱল ৰুচিয়াক অনুকৰণ কৰিব নে ভাৰতৰ যুজৰ সেনাপতিয়ে আঙুলিওৱা পন্থাকে আকোৱালি ধৰি ভাৰতক নব মন্ত্ৰে দীক্ষিত কৰি ভাৰতক জগত জিলিকা কৰি তুলিব? কোনটোত সত্য আছে? তাই ভাবিয়ে থাকিল।

( ২৯ )

হেমেনী আৰু মদনে আন এখন ৰুথাছবিৰ দিহা কৰিছে। এই কথাছবিৰ পোন প্ৰথম খণ্ডত দিছে অসমৰ ৰংঘৰ, কাৰেংঘৰ, জেৰেঙা পথাৰ, শিৱ দৌল, শিৱসাগৰৰ পুখুৰী, সদিয়াৰ তামৰ ঘৰ, বৰপেটা সত্ৰ, মাজুলিৰ দৃশ্য আৰু শ্বিলং পাহাৰৰ সুন্দৰ সুন্দৰ দৃশ্যবোৰ জলপ্ৰপাত, ব্ৰহ্মপুত্ৰৰ দুকাষৰ মনোৰম দৃশ্যাৱলী; মনিপুৰ আৰু নগা পাহাৰৰ সুন্দৰ ঠাইবোৰ। তাতে দেখুৱাইছে সত্ৰবোৰৰ প্ৰাচীন নৃত্য, মণিপুৰী নৃত্য, আৰু পাহাৰী জাতিবোৰৰ বেলেগ বেলেগ ফৈদৰ বেলেগ বেলেগ নৃত্য গীত। আৰু দেখুৱাইছে চাহ বাগিছাবোৰৰ দৃশ্যবোৰ, তাৰ চাওতালী বনুৱা সকলৰ নৃত্য-গীত।



তাৰ পিছত আঁচল ছবিৰ গল্প আৰম্ভ হৈছে। এটা চহা হালোৱাই চোতালত নাঙল খন চাই এবাৰ গোহালীলৈ চাই চকুপানী টুকিছে। এবাৰ পথাৰলৈ চাই দেখে আন আন খেতিয়ক সকলে হালবাব ধৰিছে। ঘৈণীয়েকে আহি তামোল এখন হাতত দিলে। কান্ধত এখন হাচটি তুলি দিলে। সি একো নমতাকৈ লাহে লাহে খোজ ললে। এঘৰ ধনীৰ ওচৰ পালেগৈ। টকা ধাৰে খুজিলে কিয়নো বতৰত খেতি কৰিবলৈ তাৰ গৰু হালৰ আৱশ্যক। নানা কথা কৈ ধনীয়ে তাক বেচি সুদত টকা দিলে সঁচা; কিন্তু সেই টকাই শেহত তাৰ যি তিনি হেলেচা মাটি আছিল সেইয়াও টানি লৈ গল। সি সৱশেষত সৰ্ব্বহাৰাৰ দলত পৰিণত হল। ধনীলৈ তাৰ ঈৰ্ষা ভাব জাগি উঠিল। তাৰ ভাব হল যেন সুবিধা পালেই সি ধনীৰ সৰ্ব্বনাশ কৰিব। শেহত মৰকীয়াকৈ সি এঘৰত বন্ধা থাকি তাৰ আৰু ঘৰৰ পৰিয়ালৰ জীৱন প্ৰবৰ্ত্তাবলৈ চেষ্টা কৰিলে। কিন্তু তেনে ধৰণেও তাৰ পৰিয়ালে কোনোমতে দুবেলা দুমুঠি খাব নোৱাৰে। শেহত তাৰ পৰিয়ালৰো এটা দুটাকৈ অনাহাৰে কাপোৰ নোহোৱাকৈ জাৰে জহে যুজি যুজি সিফলীয়া হল। সাধাৰণ যতঁৰ আৰু কাপোৰ বোৱা তাঁত শালেও তাক ৰক্ষা কৰিব নোৱাৰিলে। এদিনা সি ওচৰৰ গাঁৱ এখনত বহা এখন সমিতিত শুনিব পালে এজনে বক্তৃতা দিছেঃ আৰু কি এনেভাবে জীৱন প্ৰবৰ্ত্তণ কৰিবা? তোমালোকৰ প্ৰাণত জানো এটোপাও তেজ নাই? আধাপেট খাই কাপোৰ নোহোৱাকৈ জীৱন নিয়াতকৈ একেবাৰে মৰা জানো যুগুত নহয়? তিলে

-তিলে কিমানকৈ মৰিবা ? আহা সকলোৱে শক্তি লাভ কৰা ! নিজৰ নিজৰ মাটি দখল কৰা। টকাৰ বলেৰে খোৱা দলক পিচলৈ থেলি নিজৰ দাবী অধিকাৰ কৰা। সকলোৱে গৱৰ্ণমেণ্টক চেপা দিয়া যাতে ধনীৰ টকা থকা বেঙ্কবোৰ উমৈহতীয়া সম্পত্তি কৰে, যাতে ধনী দুখীয়া সকলো সমান হয়। তাৰ পিচত নিজৰ শক্তি আৰু বল অনুযায়ী খেতিবাতি কৰি কাৰ কিমাণ শক্তি প্ৰমাণ পাওক।

তাৰ মনত এই ভাবটো দৃঢ় ভাবে খেলালে। তাৰ কিয়, সকলো দুখী-কাঙালীৰ মনত একে ভাবে খেলালে। সকলোৱে মুঠ বান্ধিলে, আমি খেতি কৰিম কিন্তু আনে অবাবতে কিয় ভোগ কৰিব ? কিহৰ বলত সিহঁতে, আমি দুখে-কষ্টে, জাৰে-জহে, বদে-বৰষুণে খেতি কৰা ধানৰ ওপৰত স্বত্ব লাভ কৰিব পাৰে ? নাই নাই সেই প্ৰথাৰ মূলচ্ছেদ কৰি যাৰ নাঙল তাৰে মাটিৰ বন্দোবস্ত কৰিম। সকলো গোট খালে। প্ৰত্যেক গাঁৱৰ দুই এজন ধনীয়ে যদিও বিন্দু স্বৰূপ ইমান দিনে যি মহতালি কৰি আছিল সকলোৱে ভয়তে টেপেকামাৰিলে। সকলো দুখী-কাঙালী গোটখালে। প্ৰথমে ধনী কেই গৰাকীয়ে চৰকাৰৰ ওচৰত গোচৰ কৰিলে। চৰকাৰেও সহায়ৰ কাৰণে পুলিচ, মিলিটাৰি পঠিয়ালে। হাজাৰ হাজাৰ লোকক ধৰি আনি জেলত থলে। কিন্তু সফল নহল। যিমনেই শক্তি প্ৰয়োগ কৰিলে সিমানেই দুখী-কাঙালীয়ে গোট বান্ধিলে। সাৰশেহত চৰকাৰেও সেও মানিলে। দুখী-কাঙালীৰ জয় হল। মাটিৰ ভাগ হল। ধান দিব লাগিল মুঠতে—নামমাত্ৰ। বছৰ উকলিল। তথাপিও দুখী-কাঙালীৰ দুখ নুগুচে।

ধান ধনীক দিয়া নাই সঁচা। কিন্তু বছৰ ধৰি দুখ কষ্ট কৰিও যি ধান পাইছে সেয়ে সিহঁতৰ খোৱা-লোৱাৰ জোখাই অভাৱ গুছাব নোৱাৰে। ধনী সকলে টকাৰ বলত খেতিৰ ব্যৱসায় এৰি আন ব্যবসায়ত লাভ কৰি আকৌ লাভতে লাভ কৰি মটৰকাৰ, গাড়ী-ঘোৰা চৰি নানা বিলাসিতাৰ বস্তু কিনি উপভোগ কৰে। টকাৰ বলতে ব্লেকমাৰ্কেটত বস্তু কিনি চাকৰিয়াল সকলক হাত কৰি সকলো সুবিধা পায়। কাঙালী যি আছিল



এতিয়াও সেই একে অৱস্থাত। সিহঁতৰ ভাব হল তেন্তে কেৰোণ কত ? আমাৰ দুখ কষ্টৰ লাঘৱ নহল কিয় ? আচল ঘূণ কত ? আকৌ সিহঁতে সভা-সমিতিত শুনিব পালে যেতিয়ালৈকে তোমালোকে গৱৰ্ণমেণ্ট অধিকাৰ কৰিব নোৱাৰা, যেতিয়ালৈকে গৱৰ্ণমেণ্টৰ টকা-কড়ি তোমালোকৰ সকলো ভালৰ কাৰণে ব্যৱহাৰ কৰিবলৈ বাধ্য কৰিব নোৱাৰা তেতিয়ালৈকে তোমালোকৰ ভাগ্য পৰিবৰ্ত্তন নহয়। কিন্তু গৱৰ্ণমেণ্ট অধিকাৰ কৰিব কেনেকৈ ? কি বল কৰি ? কিন্তু গৱৰ্ণমেণ্টৰ বন্দুক বাৰুদৰ আগত সিহঁতৰ শক্তি কিমান পৰ থিৰেৰে থাকিব পাৰে। সিবাৰ হয়তো গৱৰ্ণমেণ্টে সকলো শক্তি ব্যবহাৰ কৰা নাছিল। কিন্তু গৱৰ্ণমেণ্টৰ বিৰুদ্ধে বিশেষকৈ গৱৰ্ণমেণ্ট পন্থা ৰক্ষা কৰিবলৈ এইবাৰ সকলো শক্তি ব্যৱহাৰ কৰিব পাৰে। কিন্তু দুখী-কাঙালীৰ অৱস্থা সালসলনি কৰিবলৈ হলেও গৱৰ্ণমেণ্টৰ বিৰুদ্ধে বিপ্লব অৱশ্যম্ভাবী ! অৱশ্যে আন উপায় আছে। ভোটৰ সজ ব্যৱহাৰ কৰিব পাৰিলে সকলো হাত কৰিব পাৰি। কিন্তু প্ৰত্যেক মানুহে জানো নিজৰ ভোটৰ সৎ ব্যাৱহাৰ কৰিব ? তাত যে কত প্ৰলোভন আছে। কত— ধনৰ প্ৰভুত্ব আছে। যি নহওক সকলোৱে গোট খালে এই বাৰ ভোটত সিহঁতৰ মানুহৰ জয় কৰি গৱৰ্ণমেণ্ট অধিকাৰ কৰিব। সকলো পিনে ৰাইজৰ জয় পতাকা উৰিল। ভোটত আমি জয় কৰি গৱৰ্ণমেণ্ট হাত কৰিম। ভোটৰ আগেয়ে শ্বিলং পাহাৰৰ পৰা সকলোৱে নামি আহি আমাক ভোট দিয়ক, আমাক ভোট দিয়ক কৈ ভৈয়াম খলক লগাইছেহি। ডাঙৰ ডাঙৰ প্ৰভুত্বশালী লোক সকলক কাৰো লৰাক চাকৰি দিয়াৰ প্ৰলোভনেৰে, কাকো টকাৰে বশ কৰিছে। সকলোপিনে শুনিবা তেওঁলোকৰহে নাম যশ। কিন্তু দুখী কাঙালী আজি অচল অটল। যিমানেই প্ৰভুত্বশালী সকলে ওপৰ খাপৰ লোক সকলৰ গুণ প্ৰশংসা কৰিব ধৰিছে সিমানেই সিহঁতৰ ভাব হৈছে যেন জাল পাতিছে। ধনী প্ৰভুত্বশালী সকলৰ প্ৰভুত্ব দুখী কাঙালীৰ ওপৰত সুন্দৰ ভাবে চলাবলৈ ধনী আৰু ওপৰ খাপৰ সকল লগ লাগিছে। নিদিওঁ ভোট, যিহকে নহওক ! ভোট দিম আমাৰ বতহু কাইক ! আমাৰ

মেধীভকতক ! ভোট দিম আমাৰ কৰিম সেখক। প্ৰভুত্বকাৰীসকলে বুজাইছে আমি বেয়া কৰিব পাৰোঁৰ কিন্তু আমি ৰাজ্য চলোৱাৰ মোল পাওঁ, আন আন প্ৰদেশৰ মানুহৰ লগত কথা বতৰা পাতি ৰাজ্য শাসনৰ সুচল কৰিব পাৰোঁ৷ কেন্দ্ৰীয় সভাৰ পৰা টকা-পইচা আজুৰি আনিব পাৰোঁ। কিন্তু মেধী ভকত বা বতহুৱে গৈ সেইবোৰৰ মোৰ কি পাব ? কাৰ আগত এবাৰ কথা কব পাৰিব ? সিহঁতক ভোট দি আমাকো বুৰাবা দেশকো বুৰাবা। তথাপি গাঁৱলীয়া সকল অচল অটল। আজি সকলোৱে মণ্ডল, কাননগু, ধনী পণ্ডিত সকলৰ কথা নুশুনে। সিহঁতে ভোট দিব সিহঁতৰ লোকক। সঁচাকৈ এঠাই এঠাইকৈ প্ৰায় সকলো ঠাইতে জয় কৰিলে গাঁৱৰ মানুহ সকলে। উকীল বোৰ মুখ ওফন্দাই উভতি আহিল। মন্ত্ৰী সকলৰ বহুতো টকাৰ শ্ৰাদ্ধ হলেও ফল নফলিল। আগৰ মেম্বৰ সকলে বুজিলে দেশৰ বতাহ আনপিনে গতি লৈছে। কিন্তু সঁচাকৈ কি এই সাধাৰণ হোজা গাঁৱলীয়া সকলে ৰাজ্য চলাব পাৰিব ? ইহঁতে বাজেটৰ মোল কি পাব ? দেশ ৰক্ষাৰ কথা কি বুজিব। কেন্দ্ৰীয় সভাত কি কবগৈ ? কিন্তু কি আচৰিত যি ভাবিছিল সকলো ওভোতা হল। সিহঁতক যেন কিবা নেদেখাশক্তিয়ে শক্তি দিলে। ৰুচিয়াৰ মেধাবী সকলে সিহঁতক নতুন আঁচনি দিলে, নতুন পন্থা দিলে, গাওঁ ভুঁই কেনেকৈ বৈজ্ঞানিক ধৰণে উন্নতি কৰিব পাৰে, কেনেকৈ বৈজ্ঞানিক ধৰণে খেতি কৰি দেশৰ উৎপন্ন বস্তু বেচি কৰিব পাৰি কেনেকৈ ডাঙৰ চাকৰিয়াল সকলক বহুতো দৰ্ম্মহা নিদি হীনদেঢ়ী হিচাবে কমাই কম বেতন পোৱা চাকৰিয়াল সকলক সুন্দৰভাবে খোৱালোৱাৰ বন্দোবস্ত কৰিব পাৰে ইত্যাদি নতুন আঁচনি দাঙি ধৰি দেশত সমূলি নতুন পন্থা গ্ৰহণ কৰিলে। মেধীভকতে, বতহু কাই মটৰ এৰি গাঁৱে ভুঁৱে ফুৰি কত কি অসুবিধা আছে সকলো পুঙ্খানুপুঙ্খে চাই সেইবোৰ অভাৱ, অসুবিধা গুছাবলৈ চেষ্টা কৰিলে। গাওঁ ভুঁই, দুখী-কাঙালীৰ মাজত নতুন ভাবৰ সৃষ্টি হল। সকলো পিনে আনন্দৰ হৈ ধ্বনি, ৰং ধেমালি, সুখ আনন্দ। এই নতুন কথাছবি হেমেনী আৰু মদনে গঢ়ি গাঁৱে ভুঁৱে



দেখাব ধৰোতে গবৰ্ণমেণ্টে বন্ধ কৰি দিলে। গভৰ্ণমেণ্টে আঁসোৱাহ উলিয়ালে এনে কথাছবিয়ে বিপ্লৱ আনিব। শান্তিৰ ঠাইত অশান্তিৰ সৃষ্টি হব। কিন্তু আচল গূঢ় কথা কৰবাত ৰল !

## ( ৩০ )

চক্ৰপানীয়ে কিছুমান দিন কলিকতাত থাকি গোপন বেশত অসমৰ গাঁৱ পালেহি। সি অসমতো কমিউনিষ্ট দলত লগ লাগি গাঁৱে ভুঁৱে কাম কৰিব ধৰিলে। তাৰ ভাব কমিউনিজিমে যি বেয়া নকৰক কিন্তু এই উপায়েৰে ৰুচিয়াই অলপ দিনতে গোটেই ৰুচজাতি সুন্দৰতকৈও সুন্দৰ কৰি তুলিছে। ৰুচিয়াৰ গোটেই দেশ জগত জিলিকা কৰি তুলিছে। গাঁৱ চহৰৰ পাৰ্থক্য নোহোৱা কৰি গোটেই ৰুচ দেশতে অশিক্ষিত নোহোৱা কৰি আনন্দৰ ঢল আনিছে। গতিকে সেই পন্থাকে বৰ্ত্তমান ভাৰতে লৈ—অলপ দিনতে ভাৰতে উন্নতি পথত আগুৱাই জগতত ওখ আসন পোৱা কৰিব। তাৰ ভাব হল যদি কমিউনিজিমত কিবা বেয়া আছে সেইবোৰ পিচতো এৰিব পাৰিব কিন্তু বৰ্ত্তমান সময়ত ভাৰতক অতি কম সময়তে আগবঢ়াব লাগিলে এয়ে ভাৰতে ততালিকে গ্ৰহণ কৰিব লাগিব। সেই কাৰণে কম্যুনিজিমৰ বেয়া এৰি ততালিকে সেই পন্থা ভাৰতত প্ৰচলন কৰিবলৈ সি অহো-পুৰুষাৰ্থে চেষ্টা কৰিছে। তাৰ ভাব ভাৰতে আন পন্থাৰে ইমান সোনকালে উন্নতি পথত আগ বাঢ়িব নোৱাৰে, অশিক্ষিতৰ সংখ্যা নোহোৱা কৰিব নোৱাৰে। গাওঁ ভুই উন্নতিশীল কৰিব নোৱাৰে। সি শয়নে-সপোনে মাথো দেখিছে ৰুচিয়াই দোপতদোপে উধাই যোৱা শক্তি ! সি দেখিছে কেৱল এই পন্থা, কেৱল এই পন্থা। এই পন্থাত যিমানেই বেয়া নাথাকক কিন্তু ভাৰত উধাব লাগিলে কেবল এই পন্থা লোৱাহে শ্ৰেয়। আনপিনে কংগ্ৰেচীদলে অতি সাবধানে কাকো অসন্তোষ নিদি ধনী দুখীৰ মাজত সংঘৰ্ষ নানি পুৰণিও ততালিক এৰি

যদি নতুনক খামোচমাৰি ধৰিবলৈ ইচ্ছা নকৰি আগবাঢ়িছে—ধীৰে ধীৰে! অতি ধীৰে ধীৰে! তেওঁলোকে ভবা নাই, নতুন গঢ়ত নতুন ঠাচত দেশ গঢ়িব লগিলে পুৰণি গঠন সমূলি ভাঙিচিঙি চুৰমাৰ কৰিব লাগিব। তেওঁলোকে ভাবিছে পুৰণি ভেটিতে নতুনৰ স্তম্ভ বহাই দেশ সুন্দৰতকৈও সুন্দৰ কৰিব। অৱশ্যে তাৰ লগে লগে স্বাৰ্থপৰ কংগ্ৰেচী সকলে দেশলৈ নাভাবি নিজস্ব স্বাৰ্থ পূৰণ কৰিবলৈ সুবিধা লৈছে। সেই স্বাৰ্থৰ কথা এৰিলেও এই দুটা আঁচনিৰ সংঘৰ্ষ—ভীষণ ভাবে হব ধৰিছে। এদলে ধৈৰ্য্য, সামঞ্জস্য, মিলন, ঐক্যক ওখ ঠাই দিছে আনদলে কৈছে পুৰণি ভাঙি নতুঁন ঠাচত নতুন গঢ়ত—সকলোপিনে গঢ়িব লাগিব। জোবাফন্দা বা তাপলিৰে নতুন কাপোৰ হব নোৱাৰে। সেইবোৰে কেৱল দিনচেৰেক ঘৰতহে লব পাৰি। গতিকে নতুন কাপোৰ নতুন সূতা নতুন উপাদান লবই লাগিব। সকলোপিনে সংঙ্ঘৰ্ষ, সংঙ্ঘৰ্ষ। এদলে কৈছে —ৰুচিয়াক অনুকৰণ কৰিলে কি হব। ৰুচিয়াৰ জলবায়ু মানুহ আৰু ভাৰতৰ জলবায়ু আৰু মানুহ সম্পূৰ্ণ বেলেগ। গতিকে ভাটৌৰ দৰে ৰুচিয়াৰ কথা আওৰাই—ভাৰতক ৰুচিয়া পাতিব খুজিলে ভাৰতৰ মঙ্গল কত? ভাৰতৰ সুকীয়া কৃষ্টি, শিক্ষা-দীক্ষা, ভাব, আদান-প্ৰাদান আছে সেই বোৰ নষ্ট কৰিবলৈ কিয় ৰুচিয়াক অনুকৰণ কৰিবা। আমি নিজে নিজে গান্ধীয়ে দেখুৱা পথলৈ আগবাঢ়ি দেশ জয় জয় ময় ময় কৰিম; কিন্তু তেওঁলোকৰ বহুতে নাজানে বা দেখাব পৰা নাই গান্ধীয়ে দেশক কি পথ দেখুৱাইছে। সেই পন্থাৰ জল জল্ পট্ পট্ আঁচনি কত? আনদলে কৈছে আমি আন্ধাৰ গুহাৰ আঁচনি নোহোৱা পথ কিয় লম? আমাৰ আগতে ৰুচিয়াই সুন্দৰ সুন্দৰ আঁচনিলৈ জগতৰ উন্নতি খোপত উধাব ধৰিছে। ধনী-দুখীয়াৰ পাৰ্থক্য নোহোৱা কৰি ৰাম-ৰাজ্যৰ সৃষ্টি কৰিছে, দেশ নিজৰ উৎপন্ন বস্তুৰে উভৈনদী কৰিছে। অশিক্ষাৰ মূলচ্ছেদ কৰিছে। গতিকে এনে জল জল পট্ পট্ আঁচনি এৰিম কিয়? আমি সেই আঁচনি লৈয়ে ততালিকে আগুৱাই যাম। তেনে কৰোতে যদি পুৰণি প্ৰথা পুৰণি আচাৰ নীতি ভাঙি চুৰমাৰ কৰিব লাগে তেন্তে



চুৰমাৰেই হওক। তালৈকে ভয় কৰি ৰুচিয়াই যি কৰে সেয়ে বেয়া বুলি মনতে পাঙি কম্যুনিজমক ভয় কৰি থাকিলে দেশৰ উন্নতি নহয়। যিনহওক এই দুই ভাবৰ সংঙ্ঘৰ্ষই ভাৰত—লগে লগে অসমতো নতুন ঢৌৰ হেন্দোলদোপ লগাইছে। জয় কাৰ? কিন্তু ইয়াৰ নিৰ্ণয় হব ভোট যুদ্ধত? কেৱল ভোট যুদ্ধতে সিদ্ধান্ত হবনে? যদি কম্যুনিষ্ট সকল জিকে তেন্তে ভোটযুদ্ধতে ইয়াৰ শেষ! কিন্তু যদিহে কম্যুনিষ্ট দল হাৰে তেন্তে ভাৰত জুৰি আকৌ হাহাকাৰ উঠিব। বিপ্লবৰ মেঘ ঘনাই আহিব। চীনৰ দৰে ঘৰুৱা যুদ্ধৰ কোঢ়াল উঠিব। সেই যুজত কোন বিদেশৰ কোন জাতিয়ে কি গুপুত খেলা কৰে কোনে জানে?

( ৩১ )

ৰহণে কমুনিজিমত ভয় খাইছে। গান্ধীজিম ভালকৈ বুজি উঠিব পৰা নাই—। কুটিৰ শিল্প তাই ভালপায়! কিন্তু সৰু সৰু যন্ত্ৰ কেনেভাবে চলিও গান্ধীজিম ৰক্ষা কৰিব পাৰে সেইটো তাই বহুতো ভাবিও উপলব্ধি কৰিব পৰা নাই। বহুতো কংগ্ৰেছী লোকক লগ-ধৰিছে এই কথাৰ পৰিপাটি ব্যাখ্যা পাবলৈ। কিন্তু তাই নিৰাশ হৈ উভতিছে। বেচিভাগ কংগ্ৰেছী লোকে ভাবে গান্ধীজিম মানে অহিংসা! ইয়াৰ বাহিৰে তেওঁলোকে আন একো ব্যাখ্যা কৰিব নোৱাৰে। কিন্তু গান্ধীজিম যে ছোচিয়ালিজিমৰ এটা ঠেঙ্গুলি তেওঁলোক সেই সম্বন্ধে সম্পূৰ্ণ অজ্ঞ। ৰহণে ভাবিছে, কেৱল ভাবিছে গান্ধীজিৰ 'ৰামৰাজ্য' কি? ৰহণে ভাবিছে এই যে ৰুচিয়াত সকলো মাটিবাৰী গবৰ্ণমেণ্টৰ কৰি ব্যক্তিৰ সম্পত্তি নোহোৱা কৰিছে। এয়া কি অসমৰ পক্ষে সম্পূৰ্ণ নতুন কথা। তাইৰ মনত পৰিল শ্ৰীমন্ত শঙ্কৰদেৱে কৰা সত্ৰাদি। সেই সত্ৰবোৰৰ মাটি কেৱল সত্ৰৰহে। কাৰো ব্যক্তিৰ সম্পত্তি নহয়। সেই মাটিবাৰী প্ৰত্যেক মানুহে অলপ আচৰপ নিজৰ পৰিয়ালক প্ৰবৰ্ত্তন কৰিব পৰা

জোখাৰে লৈ খেতি কৰে, লগে লগে আন বিষয় চলায়। ঢুলীয়াই ঢোল বজায়, খুলীয়াই খোল মৃদঙ্গ মাৰে, কমাৰে দা-কটাৰী গঢ়ে, কুমাৰে মাটিৰ বাচন সাজে; ওজাপালীয়ে ওজা গায়, সোণাৰীয়ে সোণৰ অলঙ্কাৰ গঢ়ে, জালোৱাই মাছ মাৰে। প্ৰত্যেকে বেলেগ বেলেগ বিষয়ত মগ্ন থাকে, লিখকে কেৱল লিখা পঢ়া কৰে। সংস্কৃত সাহিত্যৰ পৰা বাচকবনীয়া শাস্ত্ৰ বোৰ অসমীয়াত ভাঙে। সত্ৰৰ প্ৰত্যেকে পাইক। প্ৰত্যেক সত্ৰৰ কিবা নহয় কিবাৰূপে কাম কৰিব লাগে। তাৰ পৰিবৰ্ত্তে সত্ৰৰ মাটিৰ, শস্য উপভোগ কৰে। ৰহণে ভাবিলে ইওটো সৰু সুবা হিচাবে এখন গৱৰ্ণমেণ্ট। ইয়াৰ অধিকাৰী আৰু মুখ্য সকলক ৰাইজে নিৰ্ব্বাচন কৰিব লাগে। সকলো উৎপন্ন বস্তুৰ কিছু পৰিমাণে সত্ৰৰ উন্নতিৰ হকে ব্যৱহাৰ হব লাগে। অৱশ্যে এই সত্ৰবোৰত থাকি খোৱা লোৱালৈ সিমান ভৱা চিন্তা কৰিব নলগীয়া হোৱাত প্ৰত্যেকে নিজ ব্যৱসায়ত বিশেষকৈ মনপুটি লাগি সেই বিষয়বোৰত বিশেষকৈ ব্যুৎপত্তি লভিবলৈ সুবিধা পাইছিল। তেন্তে ব্যক্তিৰ সম্পত্তি নোহোৱাটো নতুন কথা নহয়। অৱশ্যে সেই মাটিবোৰ কোনো যন্ত্ৰেৰে চহাই মানুহ বিলাকক বেচি আহৰি দিব পৰা কৰা নাছিল। নিশ্চয় তেতিয়া যান্ত্ৰিক যুগ নোহোৱাৰ কাৰণে! নহলে হয়তো, ঠিক ৰুচিয়াৰ ধৰণে মাটিবোৰো যন্ত্ৰৰ সহায়েৰে চহাই সেই ছচিয়ালিজিমৰ প্ৰচলন তেতিয়াই কৰিলে-হেতেন। কিন্তু যিয়ে নহওক এইয়াও এবিধ ছচিয়ালিজিম। সত্ৰৰ প্ৰত্যেকে পাইকৰ স্বত্ব পাইছে। সত্ৰৰ ভাল বেয়া কৰিবলৈ প্ৰত্যেকৰ ভোট আছে। কিন্তু এনে ধৰণৰ ছচিয়ালিজিমো কিয় লাহে লাহে বিফল হৈ সত্ৰবোৰ জাগ্ৰত নহৈ মৰা অৱস্থাত পৰিণত হল। কিয় ইয়াৰ সুবিধাবোৰে পিচত মানুহক এলেহুৱা, কামত উদাসীন কৰি তুলি সত্ৰবোৰৰ এনে অৱস্থা কৰিলে। নে কোনো স্বাৰ্থ পৰায়ণ লোকৰ কাৰণে সত্ৰৰ সকলো বস্তু উদৰসাৎ হল। লগে লগে সত্ৰবোৰ মৰা জকাছাল হাড়ত পৰিণত হল। তেন্তে বৃহৎ ছচিয়ালিজিমৰ অৱস্থাও সময়ত এনে অৱস্থাত পৰিণত নহবনে? তাই ভাবিলে দেশৰ খিলঞ্জীয়া উন্নতি



কৰিবলৈ উপায় কি? আকৌ আগৰ উপায়বোৰত কেৰোণ কত? যিয়ে নহওক লাহে লাহে ভোটৰ সময় উপস্থিত হলহি। সকলোৱে সাজিপাৰি লাগিছে। কংগ্ৰেছৰ সেৱক দল নামিছে ককালত কাপোৰ বান্ধি। অৱশ্যে আগৰ দেশ-সেৱক হিচাবে নহয়। কেৱল দেশ সেৱাৰ আদৰ্শ আগত ৰাখি লগে লগে গৱৰ্ণমেণ্টৰ সকলো শক্তি পিচত লৈ। কম্যুনিষ্টদল লাগিছে গাঁৱে ভুঁইয়ে ৰাইজৰ শক্তিৰ কথা সোৰঁৱাই। ছচিয়ালিষ্ট দল আহিছে এপিনে কংগ্ৰেছৰ দোষ-খুটবোৰ আঙুলিয়াই দি আনপিনে কম্যুনিজিমৰ ধ্বংসকাৰী বৰ্ণনাৰে গাওভুঁই তল ওপৰ কৰি। ভীষণ সংঙ্ঘৰ্ষ। কাৰ জয় কাৰ পৰাজয়? এনে অৱস্থাত ৰহণো নামিছে এটা সমষ্টিত! সেই সমষ্টিতো প্ৰাৰ্থী কংগ্ৰেছৰ এজন নামজলা মুধাফুটা নেতা, কম্যুনিষ্ট দলৰো এজন অসাধাৰণ লোক নাম লুইত বৰুৱা, ছচিয়ালিষ্ট দলৰো প্ৰধান নেতা সকলৰ মাজৰ এজন। ৰহণে চিনেমা, বুলেটিন, মেজিকলেণ্টাৰ্ণ, লাউডস্পিকাৰ সকলোৰে সহায় লৈছে। কংগ্ৰেছে গান্ধীৰ নাম মূলধন কৰি ওলাইছে। ছচিয়ালিষ্টে দুখী কাঙা-লীৰ বন্ধু স্বৰূপে, আকৌ কম্যুনিষ্ট দলে হাতুৰি-নাঙলৰ দোহাই দি বনুৱা কৃষক দলৰ প্ৰতিনিধি হিচাবে। ভোট, ভোট কেৱল ভোট। দেশৰ সকলোৱে হিতাকাঙ্খী, সকলোৱে দেশ সেৱক! তাৰ পিচত? ভৱিষ্যতলৈ নাভাবি বৰ্ত্তমানলৈ লক্ষ্য কৰা! কেৱল বাক্যুদ্ধই শেষ হোৱা নাই। লাহে লাহে মৰামৰি কিলাকিলি! বিশেষকৈ ছচিয়ালিষ্ট আৰু কম্যুনিষ্ট দলৰ মাজত। সেইবুলি কংগ্ৰেছী দলে অহিংসা নীতিৰ সেৱক হলেও নিজৰ স্বাৰ্থৰ সমুখত সেই নীতিলৈ সমূলি নাপাহৰা বুলি কব নোৱাৰি। কিয়নো আত্মনং সৰ্ব্বত্ৰ ৰক্ষেৎ। এইয়া চানক্য নীতি। এই নীতিৰ ওচৰত অহিংসা, শান্তি বহু দূৰৈত ৰয়। কিয়নো বাস্তৱতা, বাস্তৱতা! কংগ্ৰেছী সকলো মানুহ। তেওঁলোকক দোষ দিলে কি হব? হবলগীয়া হল। এখন গাঁৱত ভীষণ সঙ্ঘৰ্ষ! কিমান মানুহ আঘাত হৈছে; কিমান খুন হৈছে, কোন নেতাৰ মূৰ ফালিছে একো নিৰ্ণয় নোহোৱা হল। ভোট যুদ্ধ ভালকৈ হল।

আস্পতালত। তুমি? কোনে তোমাৰ এনে অৱস্থা কৰিলে কব নোৱাৰো। কিন্তু মোৰ নিজৰ মানুহেই কৰিছে!

তোমাৰ এনে অৱস্থা কেনেকৈ হল?

ময়ো কব নোৱাৰোঁ। এনে মৰামৰি, কিলাকিলিত কাৰ লাঠিৰ কোব মূৰত পৰিছে কব নোৱাৰো, কিন্তু ভোটৰ ব্যাপাৰ যে ইমানলৈ আগ বাঢ়িব ভবা নাছিলো। লাঠি-জোঙ, হাত বোমা সকলো ব্যবহাৰ হল! কেৱল এয়ে নহয়। ইয়াৰ পিচত যদি আমাৰ পৰাজয় হয় তেন্তে ফল বিষম হব। চীনৰ দৰে ইয়াতো এখন গৃহ যুদ্ধত পৰিণত হব।

তাত লাভ?

লাভ লোকচানৰ কথা কব নোৱাৰোঁ। কিন্তু এইটো থিৰাংকৈ জানো আমাৰ দলে গবৰ্ণমেণ্ট অধিকাৰ কৰিব পাৰিলে ৰাইজৰ মঙ্গল হব।

ৰাইজৰ মঙ্গল! ৰাইজৰ মঙ্গল কৰিবলৈ জানো আন উপায় নাই? গবৰ্ণমেণ্ট নিজৰ নহলে টকা-কড়ি, অস্ত্ৰ-শস্ত্ৰ নিজৰ হাতত নাহিলে ৰাইজৰ মঙ্গল কৰা অসম্ভৱ।

কথা শুনি থাকোতে ৰহণ আকৌ মূৰ্চ্চা গল। আনজনে কলে ৰহণ! ৰহণ! ৰহণৰ মাত নাই। চক্ৰপানীয়ে সেই অৱস্থাত তাইৰ সুন্দৰ মুখ খনিলৈ চাই থাকিল। ৰহণে বুকুত কৰবাত বৰকৈ আঘাত পাইছে। তাই কথা কৈ থাকোতে আকৌ মূৰ্চ্চা যায়। বহুতো পৰ অচেতন হৈ থাকে। চক্ৰপানীয়ে মূৰত আঘাত পালেও সিমান টান ভাবে আঘাত পোৱা নাই। দিনচেৰেকতে সি ভাল হৈ ভোটৰ কথা এৰি ৰহণৰ কাষতে বহি শুশ্ৰূষা কৰিব ধৰিলে। ৰহণে কেতিয়াবা সাৰ পাই ভাল অৱস্থাৰ দৰে কয় তুমি কেতিয়া, কৰ পৰা আহিলা?

মই কলিকতাত আছিলোঁ। মই আজি কম্যুনিষ্ট। কংগ্ৰেছৰ আদৰ্শত মোৰ আস্থা নাই। ভাৰতত উন্নতি কৰিব লাগিলে, ৰুচিয়াৰ পন্থা লোৱাই মই উচিত বুলি ভাবো। মইয়ো নিৰ্ব্বাচনত কম্যুনিষ্ট



দলৰ পৰা উঠিছো। অৱশ্যে আন ঠাইত। ইয়ালৈ ভোটত সহায় কৰিবলৈ আহিছো।

গান্ধীজিমত তোমালোকৰ আস্থা নাই? গান্ধীজিম জানো ছচিয়ালিজিম নহয়?

ছচিয়ালিজিম! হাঃ হাঃ ভাল হহুৱালা। গান্ধীজী যদি ছচিয়ালিষ্ট তেন্তে বিৰলাক কোনে সহায় কৰিব?

কেৱল এটা পিঠিলৈ চালে কি হব? কিন্তু কম্যুনিষ্ট সকলে কম্যুনিজিম মুখতহে প্ৰচাৰ কৰে, গান্ধীজিয়ে কিন্তু আঁচলতে দৃষ্টান্তৰে দেখুৱাইছিল।

কেনে?

তেওঁৰ নিজৰ বুলিবলৈ অকণো সম্পত্তি ৰখা নাই। কিন্তু কম্যুনিষ্ট সকলে সম্পত্তি ভোগ এৰিব পৰা নাই। নিজৰ সম্পত্তি বিলাক আগেয়ে গবৰ্ণমেণ্টক গতাই দিহে সম্পত্তি জাতীয় কৰা মত প্ৰচাৰ কৰিব লাগে।

হব পাৰে। কিন্তু সেই বুলি তেওঁৰ মতটো ছচিয়ালিষ্টিক বোলা ছচিয়ালিজিমক উপহাঁস কৰাৰ বাহিৰে আন একো নহয়। ছচিয়ালিজিমে ধনীকো ৰাখিব, দুখী কাঙালীকো ৰাখিব এনে মত গ্ৰহণ নকৰে। ই দুখী-কাঙালীৰ হে বস্তু; ধনীক সৰ্ব্বনাশ কৰাই ইয়াৰ উদ্দেশ্য।

কিন্তু গান্ধীজীৰ ইচ্ছা তেওঁৰ কথাতে কওঁ—The swaraj of my dream recognizes no race or religious distinctions, nor is it to be the monopoly of the lettered persons nor yet of monied men. Swaraj is to be for all including the former but emphatically including the maimed, the blind, the starving toiling millions.

Swaraj for me means freedom for the meanest

of our country men. I am not interested in freeing India merely from the English yoke. I am bent upon freeing India from any yoke whatsoever. I have no desire to exchange 'King dog for king stork.' তেন্তে গান্ধীজীক ছচিয়ালিষ্ট নকৈ কি কবা ?

কিন্তু ছচিয়ালিজিমে যন্ত্রৰ সহায়েৰে জাতিক উন্নতিৰ পথলৈ আগুৱাই নিয়ে।

কিন্তু গান্ধীজীৰ আচনিয়ে মানুহক ওঠৰ শতিকা বা শিল লোহাৰ যুগলৈ টানি নি লেঙট পিন্ধা সন্ন্যাসীৰ সৃষ্টি কৰে।

ইয়াতেই ডাঙৰ ভুল। গান্ধীজীয়ে যন্ত্রক মানুহৰ শাসক নকৰি, মানুহৰ দাস কৰিব খোঁজে। গান্ধিজীয়ে যন্ত্র দলিয়াব নোখোজে। কিন্তু যন্ত্রক সাৰটি ধৰি যন্ত্র মানুহৰ উপকাৰৰ কাৰণে ব্যৱহাৰ কৰিব খোঁজে। আকৌ যন্ত্রৰ সহায়েৰে সকলো উৎপাদন কৰা বস্তু একে ঠাইতে গোটখোৱাই জনচেৰেক মানুহৰ সম্পত্তি বঢ়োৱাৰ লগে লগে হাজাৰ হাজাৰ লোকক নিবনুৱা কৰাত গান্ধীৰ মত নাই। গান্ধীজিৰ মতে এনে যন্ত্র ব্যৱহাৰ কৰিব লাগে যাতে হাজাৰ হাজাৰ লোকক নিবনুৱা নকৰে। আকৌ উৎপাদন বস্তুবোৰো গাঁৱ-ভুঁইতে সিচৰিত হৈ থাকি সহজে সাধাৰণ মানুহৰ লভ্য হয়। তেওঁৰ মতে I can have no consideration for machinery which is meant either to enrich the few at the expense of the many or without cause to displace the useful labour of many.

The present use of machinery tends more and more to concentrate wealth in the hands of a few in total disregard of millions of men and women whose bread is snatched by it out of their mouth.

I have no design upon machinery as such I would prize every invention made for the benefit of all. I would welcome the machine that lightens the burden of crores of men living in cottages.



আটাইতকৈ ডাঙৰ কথা গান্ধীজীয়ে কৈছে food & clothing should be freely available to all as God's air and water are or ought to be. They should not be made a vehicle of traffic for the exploitation of others. This monopolisation by any country, nation or group of persons would be unjust.

গান্ধীজীৰ শেষ কথা Simple living & high thinking. জীৱন যাত্ৰাৰ standard of living ওখতকৈও ওখ কৰি ধনীক অৰ্থনীতিৰে যি উপদেশ দি জগতক আগুবাটে নি ধনী সকলৰ পুতলা কৰি নচুৱাব খুজিছে গান্ধীজী সেই পন্থাৰ সমূলি বিৰোধী। 'Standard of living' যিমানেই বেচি কৰি নিবা সিমানেই তাৰ অন্ত নাই। তাৰ ফলত ধনী সকলৰ ব্যৱসায়ৰ সুবিধা কৰি দিছে। এনে অৰ্থশাস্ত্ৰই কেৱল ধনী সকলক সহায় কৰিছে। নাইট ক্লাবৰ মদৰ বিল, ব্ৰিজ বা ফ্লাচৰ হৰাজিকা অঙ্কৰ পাৰমাণ, ড্ৰইং ৰুম, সুইট বা ডাইনিং ৰুম, ক্ৰকাৰি বা মোটৰ গাড়ীৰ মূল্যৰে মানুহৰ মূল্যৰ পৰিমাণ নহয়। এই সহজ কথাষাৰ মানুহে পাহৰি ধনীৰ কাৰণে ৰচনা কৰা অৰ্থশাস্ত্ৰ 'Standard of living' ওখতকৈও ওখ কৰিব লাগে বুলি যি মত মানুহৰ মূৰত সোমাইছে সেয়া কেৱল বালিৰ ওপৰত হে ৰচনা কৰা! মহাত্মাই সেই কথা মৰ্ম্মে মৰ্ম্মে অনুভব কৰিছিল। কিন্তু শক্তি বঢ়োৱা আহাৰ খোৱাহে আচল কথা। যি নহওক গান্ধীজীৰ ইচ্ছা আছিল ভাৰতৰ সাতলক্ষ গাঁৱেই আচল শিক্ষা-দীক্ষা, শাসন, বস্তু উৎপাদনৰ সৃষ্টি; বেচা-কিনা, আহাযোৱাৰ সুগম পথ লগে লগে প্ৰত্যেক গাঁৱলীয়াই যাতে দেশৰ শাসন দণ্ড হাতত লব পাৰে তাৰ কাৰণেহে তেওঁ স্বৰাজ বা ৰাম-ৰাজ্যলৈ হাবিলাষ কৰিছিল।

তেন্তে তুমি কংগ্ৰেছ পন্থী।

কংগ্ৰেছ পন্থী নহও। কিয়নো বৰ্ত্তমান কংগ্ৰেছে গান্ধীজীক সমূলি মনা নাই। বৰং গান্ধীজীৰ ভাষাত কবলৈ হলে তেওঁ বজাৰত অচলন্তি ধন-মুদ্ৰাৰ স্বৰূপ। শক্তিৰ প্ৰভাৱত আনকি কংগ্ৰেছে কংগ্ৰেছৰ গুৰি গছলৈকে পাহৰিব ধৰিছে। তদুপৰিও এই কংগ্ৰেছী সকলে গান্ধীজীম কি সমূলি নুবুজে। সত্য, অহিংসা গান্ধীজীৰ বাহন। এই বাহন লৈয়ে তেখেতে ভাৰতৰ সাতলক্ষ গাঁৱক নতুন ধৰণে গঢ়িবলৈ মানস কৰিছিল তাত আছিল শান্তি, ধৰ্ম্ম। কমুনিজিমৰ উগ্ৰতা বিষময় তিতাফল তাত নাই। এই কৈয়েই ৰহণ আকৌ মূৰ্চ্চা গল। চক্ৰপানীয়ে অকলে অকলে মূৰ শিতানত বহি ৰহণে কোৱা কথাবোৰ ভাবিব ধৰিলে।

এনে সময়ত জোনাকী, কালিন্দ্ৰী আৰু হেমেনী ওলালহি। সকলোৱে ৰহণৰ অবস্থা দেখি চকুপানী টুকিব ধৰিলে। বহু পৰৰ মূৰত ৰহণৰ আকৌ চেতন হল। তাই ওচৰৰ আটাইকেইজনকে দুখ মনেৰে থকা দেখি কব ধৰিলে; "তহঁতে দুখ কিয় কৰিছ? মইতো অলপতে ভাল হম। ভুল পথেৰে গৈছিলোঁ, কেৱল সেইটোৰ শুধৰণি হল এয়েহে। নিৰ্ব্বাচনত নানামিও দেশ-সেৱা কৰিব পাৰি, সেই আচল তথ্য এৰি ভোট যুদ্ধত হাই-উৰুমি কৰা, কোনো সজ লোকৰ পক্ষে উচিত নহয়। আকৌ তাতোকৈ শোচনীয় আমি এই সহজ কামকে শান্তিৰে সমাধা কৰিব নোৱাৰোঁ; গতিকে এখন দেশৰ দায়িত্ব লৈ কেনেকৈ শান্তি আনিম? হেমেনী এইবাৰ এনে এখন ছবি গঢ় যাতে গাঁৱলীয়া চহা হোজাই সহজতে বুজে, লগে লগে গাঁৱ, সমাজ, দেশৰ উন্নতি কৰিবলৈ সকলোৰে হাবিলাষ হয়। গাঁৱত ৰাষ্ট্ৰৰ বিভাগ হৈ পৰে, ৰাষ্ট্ৰীয় জ্ঞান ৰাজনীতি কৰ্ম্ম, অৰ্থনীতি, স্বাস্থ্য সম্বন্ধীয় সকলো জ্ঞান গাঁৱলীয়া সকলে পাব পাৰে। প্ৰত্যেক গাঁৱতে শিলঙৰ সৃষ্টি কৰিব লাগিব।

কালিন্দ্ৰীয়ে কলে "বাইদেউ, তুমি ভোটত জয় কৰিছা।"

জয় কৰিব পাৰো। কিন্তু তাত মোৰ স্পৃহা নাই।



চক্ৰপানীয়ে কলে, যদি ৰহণ কাউন্সিললৈ যাব পাৰে তেন্তে ৰব আনন্দৰ বিষয়। মইও দল পাৰ্টি এইবোৰ এৰি স্বাধীন ভাবে মত প্ৰকাশ কৰাই উদ্দেশ্য হব। আমি কাউন্সিললৈ যাম দল ৰাখিবলৈ নহয়, দেশৰ মঙ্গল সাধিবলৈ!

এৰা, সেয়ে আচল কথা। মই কাউন্সিলত পোনপ্ৰথমে শিক্ষাৰ সমূলি পৰিবৰ্ত্তনৰ সম্বন্ধেহে চেষ্টা কৰিম।

"Basic training" সম্বন্ধে তুমি কি ভাবা?

বৰ সুন্দৰ। গান্ধীজীৰ ইও এটা ডাঙৰ অবদান। কিন্তু কংগ্ৰেছী সকলে এই শিক্ষা সম্বন্ধেও সমূলি ভবা নাই। ইয়াৰ মূলকথা হৈছে লৰা-ছোৱালীক দুই এটা বিষয়েৰে বিশ্ব ব্ৰহ্মাণ্ডৰ সকলো জ্ঞান দিয়া। যেনে ধৰা ফুল-ফলৰ বাৰী কৰাৰ লগে লগে বোটানীৰ সকলো শিক্ষা, কিয় ফুল-ফল ফলে সেইবোৰৰ বৈজ্ঞানিক জ্ঞান, কোন মাটি কেনেকৈ বৈজ্ঞানিক ধৰণে দিব পাৰি আকৌ ফুল ফলৰ লগত মানুহৰ কি সম্বন্ধ, কিয় ফুলে মানুহৰ মনত আনন্দ দিয়ে। ফলবোৰ কেনেকৈ ৰপ্তানী কৰিব পাৰি, কোন দেশত কোন ফল নাই এই আটাইবোৰ কথাৰ জ্ঞান লৰা ছোৱালীয়ে পাব লাগিব। সেই দৰে ধৰা বয়ন-শিল্প। কিন্তু কাপোৰ বোৱাটোৱে এই শিক্ষাৰ শেষ নহয়। কেনেকৈ কপাহ বা এৰি মূগাৰ সৃষ্টি হয়, কেনেকৈ সেইবোৰ ডাঙৰ দীঘল হয়, কেনেকৈ সেইবোৰে কল্পতৰুৰ দৰে মানুহক সেৱা সহায়হে কৰে, কোন দেশত কাপোৰৰ অভাব, বতাহ পানী মুক্ত আকাশৰ এইবিলাকৰ কাৰণে কিয় আৱশ্যক, সেইবোৰৰ বৈজ্ঞানিক তথ্য কি? এনেধৰণে একোটা বিষয়লৈ বস্তু উৎপাদনৰ লগে লগে লৰা-ছোৱালীক বিশ্ব ব্ৰহ্মাণ্ডৰ জ্ঞান দিয়াই এই শিক্ষাৰ উদ্দেশ্য! কৃষি শিল্প সম্বন্ধেও সেই একে কথা। অৰ্থাৎ আতহু খেতিয়কৰ দৰে কেৱল গৰু হাল হে হে কৰি হালবাই খেতি উৎপাদন কৰাই ইয়াৰ উদ্দেশ্য নহয়। কিন্তু এই শিক্ষাৰ দ্বাৰা এপিনে যেনে সুন্দৰ বলী খেতিয়ক গঢ়িব আনপিনে সেই খেতিয়কৰ বিশ্ব ব্ৰহ্মাণ্ডৰ জ্ঞান থাকিব। দেশ

সমাজৰ আৱশ্যকতা সম্বন্ধে বুজি ৰাজনীতি অৰ্থনীতিৰ সুন্দৰ জ্ঞান পাব।

এবা, পুথিগত বিদ্যাতকৈ এই বাস্তৱ শিক্ষাই মানুহক যেনেকৈ মানুহ গঢ়ি তুলিব তেনে ভাবে কৰ্ম্মী বলী আৰু বিজ্ঞানৰ মোল পোৱা কৰিব।

কালিন্দী! ব্যৱসায়ত যিবোৰ লাভ হয় সেইবোৰ আৰু আমাৰ নিমিত্তে নাৰাখি বা বেঙ্কত জমা নাৰাখি নৰ-নাৰায়ণ সেৱাত খটুৱাবলৈ চেষ্টা কৰ। মই ভাল হলেই আমাৰ দৰে সৰু কালতে যেনে অনাথ হৈ ডলাৰ বগৰীৰ দৰে বাগৰি ফুৰিব লগীয়াত পৰিছিলোঁ যাতে অসমত তিৰোতা বা অনাথ সকলৰ তেনে অৱস্থা নহয় তাৰ নিমিত্তে চেষ্টা কৰিব লাগিব। নাপাহৰিবি আমি দুখতে জন্মিছো, দুখেই আমাৰ জীৱনৰ সম্বল, এইবোৰ কেৱল আমাৰ দৰে দীন-দুখী সকলক বাট দেখুৱাহে পন্থা।

এনেতে মদন আৰু ৰবীন্দ্ৰয়ো আহিল।

ৰবীন্দ্ৰই হাঁহি মাৰি কলে, কেনে ভোট যুদ্ধ? পিচে স্বয়ং দ্ৰুপদ নন্দনীয়ে দেখো কুৰুক্ষেত্ৰত আহত।

ৰহণে হাঁহি মাৰি কৈছিল, ইয়াতেই আচল ভুল হৈছিল। দ্ৰুপদীয়ে কুৰুক্ষেত্ৰ ৰণৰ আচল মূল কাৰণ হলেও কুৰুক্ষেত্ৰ ৰণত জাপ মাৰি পৰি আহত হোৱা নাছিল। কিন্তু মই তাৰে ওলোটা কৰিবলৈ গৈ এনে অৱস্থা পাইছো।

সকলোৱে হাঁহিব ধৰিলে।

মদনে কলে যি নহওক যুজত যে জয় হল।

যুজত জয়! কিন্তু দেহাৰ পিনে ভীষ্মৰ শৰ-শয্যা!

কিন্তু মোৰ মৃত্যু নাই। কিয়নো মোৰ যে ইচ্ছা মৃত্যু।

সকলোৱে এইবাৰ হাঁহিব ধৰিলে। চক্ৰপানীয়ে কলে, শৰশয্যাৰ পৰা কেতিয়া উঠিবা?

মুখা পিন্ধা দল সমুলি যেতিয়া লুকাই পৰিব। ৰবীন্দ্ৰই কলে,



এইবাৰ মুখা পিন্ধা দলৰ পৰাজয় পদে পদে। আৰু নহবই বা কিয়? মানুহক ইমান লাঞ্চনা দিলে কাৰ ধৈৰ্য্য থাকে? ৰহণে কলে, কিন্তু জানিবা যেয়ে লঙ্কাত যায় সেয়ে ৰাক্ষস হয়! জোনাকীয়ে কলে, কিন্তু আজিকালি লঙ্কাত ৰাক্ষসেই নাই বৰং লঙ্কাতো স্বাধীনতা হল। লঙ্কাৰ মানুহ সকলে সকলো কাজিয়া পেচাল এৰি কেৱল কেনেকৈ লঙ্কাখন জাকত জিলিকা কৰি তুলিব পাৰে তাৰেহে চেষ্টা কৰা যুগুত!

ভাৰততো কেৱল হাই কাজিয়া, ধৰ্ম্মৰ উন্মত্ততা, দলাদলি, গুপ্তহত্যা, পাশবিকতাৰ অন্ত হওক।

কেৱল এয়ে নহয়। কোনে কব ভাৰত বিশ্বত অদ্বিতীয় শক্তিত পৰিণত নহব? ভাৰতবাসীৰ মতি গতি ভাল হওক। ভাৰত মাতৃৰ উজ্জ্বল হাঁহো হাঁহো মুখ উজলি উঠক।

কথাকৈ থাকোতে হঠাৎ বহিৰত ধ্বনি হল 'কংগ্ৰেছ ধ্বংস হওক। কৃষক বনুৱাৰ জয় হওক।" ৰহণে কলে, বোধকৰো কোনোবা কম্যুনিষ্ট দলৰ লোকে নিৰ্ব্বাচনত জয় লাভ কৰিলে।

চক্ৰপানীয়ে কলে, "এবা আমাৰ দলৰে।"

কিন্তু কংগ্ৰেছ ধ্বংস হব লাগে কিয়? বৰং কংগ্ৰেছেই কৃষক বনুৱাৰ উন্নতিৰ মূলভেটি হওক। দুৰ্ভেদ্য দুৰ্গৰ দৰে হৈ ভাৰতৰ উন্নতি সাধন কৰক।

সেইটো সঁচা, তেতিয়া সকলো বিবাদৰ অন্ত পৰে। মুখাপিন্ধা লোক সকলো লুকাই পৰিব। "যাওক যিয়ে নহওক দল দলনিত সোমাওক, দেশ উজলি উঠক।" চক্ৰপানীয়ে এনেতে কলে, দেউতা এইবাৰ বৰ ভাল ৰকমে হাৰিল। এইবাৰ বুজিব তেওঁৰ নীতি যে ওপৰে ভাঁহি ভাঁহি ফুৰিছে, ৰাইজৰ মনত লগা হোৱা নাই, এইবাৰ এই সত্যটো হৃদয়ঙ্গম কৰিব। ৰহণে কলে, যি নহওক তেওঁয়ে দেশ ভাল পায় বা নিজৰ স্বাৰ্থৰ কাৰণে সমুলি নাভাবে সেইটোত কেৱে দুই কৰিব নোৱাৰে।

সেইটো সঁচা; কিন্তু বৰ্ত্তমানে দেশক লাগে বিশাল শক্তি থকা হাত

ছবি, লগে লগে সুন্দৰ আচনি কৰিব পৰা ধীৰ স্থিৰ মগজু। কেৱল স্বাৰ্থহীন বা ত্যাগী পুৰুষ হলেই দেশক উন্নতি পথত আগ বঢ়াব নোৱাৰে।

তেওঁৰ যে সেইটোৰ অভাৱ তেনে নহয়। কিন্তু কি কৰিব ? দলৰক্ষা কৰোতেই তেওঁৰ সকলো শক্তি অপব্যয় কৰিব লাগে। দেশৰ মঙ্গলৰ কাৰণে কেতিয়া ভাবে ?

( ৩৩ )

মাহ চেৰেকৰ পিচত কাউন্সিল বহিল। ৰহণ শিক্ষা-মন্ত্ৰী হল। চক্ৰপানী শিল্প-মন্ত্ৰী! দেশত এইবাৰ নতুন আচনি হল। কাৰো মুখ চোৱা ব্যৱস্থাৰ অন্ত পৰিল। ভাগী কুটুমৰ দোহাইৰ শেষ হল। সকলোৰে মনত কেৱল এটা ভাব কেনেকৈ দেশৰ, জন সাধাৰণৰ, হোজা চহাহালোৱা বনুৱাৰ, পাহাৰী জনজাতি সকলৰ উন্নতি হয়। সেই সম্বন্ধে নানা আচনিৰ লগে লগে কাম আৰম্ভ হল। বছৰ চেৰেকতে যাতে অসমৰ পৰা নিৰক্ষৰতা সমূলি ধ্বংস হয় তাৰ কাৰণে প্ৰবল আন্দোলন হল। মন্ত্ৰীসকলে শিলং পাহাৰৰ বিলাসিতা এৰি গাঁৱেভূঁৱে বোকা পানীয়ে ফুৰিব ধৰিলে। গাঁৱলীয়াৰ ঘৰত থাকি গাঁৱৰ উন্নতিৰ কাৰণে জল্পনা কৰিব ধৰিলে। মাহচেৰেকৰ পিচতে বিয়াৰ বাদ্য বাজি উঠিল। চক্ৰপানী আৰু ৰহণৰ, মদন আৰু হেমেনীৰ, ৰবীন্দ্ৰ আৰু কালিন্দ্ৰীৰ বিয়া একলগে হল। এই বিয়া হল একোখন গাঁৱত। বিয়াৰ পুৰোহিত এজন বিজ্ঞ অস্পৃশ্য, দৰ্শক হল গাঁৱলীয়া হোজা সকল। বিয়াৰ লগে লগে প্ৰদৰ্শনী হল অসমৰ যুৱক-যুৱতী সকলে কেনেকৈ সকলো বিষয়তে উন্নতি জখলাত উঠি বিশ্বত আসন অধিকাৰ কৰিব ওলাইছে। কেনেকৈ অসমত হোজা গাঁৱলীয়াৰ অন্ত হৈ অসম জুৰি বৈজ্ঞানিক-সাহিত্যিক, ৰাজনীতিজ্ঞ, অৰ্থনীতিজ্ঞ, উদাৰ ধৰ্ম্মৰ প্ৰচাৰকৰ



সৃষ্টি হৈছে। প্ৰত্যেক গাঁৱে একোখন শিক্ষাৰ কেন্দ্ৰ হৈ উঠিছে। পাহাৰী আৰু ভৈয়ামৰ জাতি সকলৰ মাজত বিয়া-বাৰু হৈ প্ৰবল অসমীয়া জাতিৰ সৃষ্টি হৈছে। দলে দলে অসমীয়া যুৱক-যুৱতীয়ে হাতত জাতীয় পতাকা লৈ বীৰ আৰু বীৰঙ্গনাৰ দৰে ফুৰিব ধৰিছে। খেল ধেমালিতো জগতৰ লগত অৰিয়াঅৰিত যোগ দিছে। সকলোপিনে উখল মাখল: জয় অসমীয়া গাঁৱলীয়া সমাজ! শ্ৰীমন্ত শঙ্কৰৰ সাম্য, অহিংসা, উদাৰ ধৰ্ম্মৰ উপাসক দলে নতুন প্ৰেৰণাত, নতুন আঁচনিত অসম গঢ়াত ব্যস্ত হৈছে। ৰহণে কলে 'অসম আগ বাঢ়িব ?' চক্ৰ-পানীয়ে কলে, নিশ্চয়। দুয়ো হাঁহি মাৰি চকুৱে চকুৱে চাই থাকিল। দূৰৈত অসমৰ উজ্জ্বল ছবি উঠিল। জাতীয় পতাকাৰ ত্ৰিৰঙ্গেৰে বঞ্জিত ৰঙে ৰহণ আৰু চক্ৰপানীৰ মুখ উজ্জ্বল কৰিলে। জোনাকী ৰহণৰ কাষত থিয় হলহি। ৰহণে কলে, জোনাকী তই যেনে বিদূষী তেনে বিজ্ঞলোক মই বিচাৰিছে—

চক্ৰপানীয়ে কলে, জোনাকীৰ সম্বন্ধ অসমতে সীমাবদ্ধ কৰি নাৰাখি ভাৰতৰ কোনো বিজ্ঞ পণ্ডিতৰ লগতহে জোনাকীৰ সম্বন্ধ কৰিব লাগিব। জোনাকীয়ে হাঁহি মাৰি ৰল। ঢোল খোঁল বাদ্য বাজি উঠিল। সকলো পিনে ধ্বনি হল—জয় অসম, জয় অসমৰ যুৱক-যুৱতী সকল! ৰহণে কলে গান্ধীজিম আৰু ছচিয়ালিজিমৰ সুন্দৰ মিলন। চক্ৰপানীয়ে কলে, গান্ধীজিম সম্বন্ধে ভাবিব আৰু লাগিব। গান্ধীজিমৰ আচল তথ্য উলিয়াবলৈ গৱেষক সকল নিয়োগ কৰি সেই সম্বন্ধে বহুতো কিতাপ প্ৰচাৰ কৰিব লাগিব। ৰহণে কলে, গান্ধীজিম যিমানেই বুজিব পাৰিম সিমানেই দেশ জয় জয় ময় ময় হব। এনেতে গগন পবন সকলোতে ধ্বনি হল—জয় হিন্দ, জয় অসম। আটাই কেউজনে জাতীয় পতাকাক প্ৰণাম কৰিলে।

—ঃ অন্ত ঃ—